# মগ্‌ৰীবৰ আজান।



৺কমলানন্দ ভট্টাচাৰ্য্য দেৱৰ
স্মৃতিত
উছৰ্গিত হল।

দাদা,

সহোদৰ ভাতৃ স্বৰূপে
সদায় আপোনাৰ পৰা নাট্যকলাত
অনুপ্ৰেৰণা পাই আহিছিলো ।

"কৃষ্ণানন্দ"

দাদা,

আপোনাৰ প্ৰেৰণাই আমাক
"মগ্‌ৰীবৰ আজান" লিখাত
সহায় কৰিছিল ।

"সাৰদা"

লিখক :—

১। শ্ৰীসাৰদা কান্ত বৰদলৈ।

২। শ্ৰীকৃষ্ণানন্দ ভট্টাচাৰ্য্য

অভিনীত হয়—

নগাওঁ নাট্যমন্দিৰত পাঁচবাৰ

নগাওঁ বীণাপানী নাট্যমন্দিৰত চাৰিবাৰ

গুৱাহাটী আৰ্য্য নাট্য ৰঙ্গমঞ্চত দুবাৰ

গুৱাহাটী কুমাৰ ভাস্কৰ নাট্যমন্দিৰত এবাৰ

আৰু

আন আন নাট্যমন্দিৰতো অভিনীত হৈছে।

পৰামৰ্শ পোৱা হৈছিল :—

১। শ্ৰীচন্দ্ৰকান্ত ফুকনৰ পৰা

২। শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ পৰা

৩। শ্ৰীযুগল কুমাৰ দাসৰ পৰা।

# চৰিত্ৰ

## ( পুৰুষ )

কৰিম— গাঁৱলীয়া ডেকা | ওৱাহেদ— কৰিমৰ বাপেক

লখৌ— ঐ | বলীৰাম— লখৌৰ বাপেক

বলোৰাম— ঐ | লাতোলা— বলোৰামৰ ঐ

পীতৰাম— লখৌ-কৰিমৰ লগৰীয়া | গাঁওবুঢ়া

ৰূপচিং— ঐ | মেধি

কালিৰাম— ঐ | সূত্ৰধাৰী

মথুৰা— স্কুলীয়া ল'ৰা | গায়নৰ

বুটুলাই— ঐ | বায়ন

জালিৰাম— ঐ | বাৰিকা

কেৰপাই— ঐ | মোলা দেউৰী,- ভোলাৰ বাপেক

কণলৰা— ঐ | ডাৰোগা

দেলখোচ— নিছাৰৰ ককায়েক | কনিষ্টবল

হেমাই পণ্ডিত— স্কুল মাষ্টৰ | স্কুল ইন্সপেক্টৰ

কছম— দেলখোচৰ লগুৱা | নবিয়া— ওৱাহেদৰ মবকিয়া

স্কুলীয়া ল'ৰা, গৰখীয়া ল'ৰা প্ৰথম, দ্বিতীয়, আৰু তৃতীয় বাটৰুৱা, মণিপুৰী ওস্তাদ, বিহু তলিৰ ডেকা, নাচ চোৱা মানুহ ইত্যাদি।

## ( স্ত্ৰী )

জেদেউ— গাঁৱলীয়া গাভৰু | নিছাৰ— গাঁৱলীয়া গাভৰু

কণমাই— স্কুলীয়া ছাত্ৰী

নমাই— ঐ

বগীজৰা— ঐ

মণিপুৰী বাইজী স্কুলীয়া ছোৱালী, মাকৈয়া ছোৱালী, ইত্যাদি।

# মগ্‌ৰীবৰ আজান।

## প্ৰথম অঙ্ক—

### ১ম দৃশ্য—

—*—

[ লখৌৰ ঘৰ— লখৌৱে চাবি
এখনত বহি কিতাপ পঢ়ি থাকে ]

লখৌ—“আসাম বেঙ্গল বেল গুৱাহাটীৰ পৰা তিনচুকীয়া জংচনলৈকে আছে”। জংচন! কিনো জংচন অ! একোটা ভোগোলবো নাম আক, হাঁহি হে উঠে। আচ্ছা, এটা বিবি খোৱা যাওক। ( বিবি উলিয়াই ) আ—জুই নাই নহয়। ছেঃ ( বিবি সুমুৱাই থয় ) এই কৰিম বকচটো অহাৰ কথা আছিল, এতিয়ালৈকে দেখোন আহি নেপালেহি। আজি স্কুললৈ চাহাব অহাৰ কথা আছে, সি বা আহি সোধেহি কি? জংচন নে মংচনটো সুধিব লাগিলে হলেই

আৰু। বাৰু! কৰিমৰ লগত কথা হৈ হে স্কুললৈ যোৱা নোযোৱাটো ঠিক কৰিব লাগিব। (পঢ়ে) "বগলী জাকি মাৰি ওপৰত উৰে" (কিতাপত থকা বগলীৰ ছবিটোলৈ চাই) অ' এইটো বৰ বগলী। বগলী—কেনে ধুনীয়া ধগমনী বগা।

[লাহে লাহে খিয় হৈ
নাচি নাচি গায়]

ইপাৰৰ বগলী এ, সবাহলৈ মাতিছিলো
নাহিলি কিয়—
সিপাৰৰ বগলী এ, সবহালৈ মাতিছিলো
নাহিলি কিয়—
গৈছিলো গৈছিলো, বাটত বৰষুণে পালে
এঘৰৰ ঘৰতে সোমাব খুজিলো
চেংদৈ কুকুৰে পালে
ছেই কুকুৰ ছেই নাহিবি জপনা দেই।

[এনেতে এটা দলি আহি তাৰ
গাত পৰে, সি ভতালিকে কছৰৎ
কৰিবলৈ আৰম্ভ কৰে]

কছৰৎ কৰি থকা লৰাৰ গালৈ কোনে দলি মাৰে অ'?

[আকৌ কছৰৎ কৰে, আক
এটা দলি আহি গাত পৰে]

বাৰু, চিনিছোঁ ! ভেদেউ ! আই এই ভেদেউ ! পঢ়াৰ সময়ত আহি এই ৰকম দিগদাৰী কৰিলে পিতাইৰ আগত কৈ দিম হোঁ । উশাহ বন্ধ কৰি কছৰৎ কৰি থাকোতে তেনেকৈ দলি নেমাৰিবি । তামোলৰ বেটু পৰি মানুহ মৰিছে——জান !

( ভেদেউৰ প্ৰবেশ )

ভেদেউ— তুমি কমনো পঢ়িছিলানে ।

লথৌ— কোনে ?

ভেদেউ— তুমি, আৰু কোনে ?

লথৌ— কেতিয়া ?

ভেদেউ— এতিয়া আৰু কেতিয়া ।

লথৌ— যা যা, ইয়াৰ পৰা যা ।

[ ভেদেউৰে ওচৰত চাপি বহে আৰু কিতাপ চায় ]

ভেদেউ— এই ককাই, এইটো কি অ' ?

লথৌ— থ, থ, সেইয়া তই চিনি নেপাবি । ভোগোলৰ ছবি ।

ভেদেউ— ভোগোলটোনো কি আৰু' ?

লথৌ— ( হাহিঁ ) ভোগোল মানে নেজানে, কি ঔ । এই বিলাক দেখা নাই ? ৰেল, জাহাজ, জংচন এই বিলাকেই আৰু । বিল খাল আমাৰ গাৱৰ লতাই-মাৰি বিল দেখা নাই ? সেয়াই আৰু ভোগোল ।

ভেদেউ— অ,—ওঁ । বাৰু, এইটো কাৰ ছবি ?
লখৌ— সেইটো আমাৰ স্কুলৰ বাবুৰ ছবি অ' ।
ভেদেউ— ( কিতাপখন জপাই ) এই, মই কিয় আহিছিলো জান ?
লখৌ— কিয় ?
ভেদেউ— আজি বৰহোলাত বোলে খুব মাছ পৰিছে। গাৱঁৰ এতাইখন ওলাইছে। তই যাবি ?
লখৌ— নাই, মোৰ স্কুল আছে নহয়। পিতায়ে মাৰিব। নহলে স্কুলৰ পৰা আহি যাম দে। তেতিয়া কৰিমো যাব ।
ভেদেউ— ইস ! মানুহ এতিয়াই খাই-বই ওলাইছে, আবেলিকৈ মাছ মাৰি শেষেই কৰিব ।
লখৌ— ভেদেউ ! তই এতিয়া যা । পিতাই হালৰ পৰা অহাৰ সময় হৈছে। আজি স্কুললৈ কিজানি নেযামেই হবলা। যদিহে নেযাওঁ, কৰিমে ;ময়ে গৈ ওলামগৈ। তই এতিয়া যা। ( ভেদেউ দোখোজমান যায় ) এই ভেদেউ ! শুনচোন। ভিতৰৰ পৰা মনে মনে জুই এডাল আনগৈ যা। চাবি আক', আই আছে ।

( ভেদেউ যায়। লখৌৱে আকৌ পঢ়ে )

"ঋষিজনা ভাল মানুহ"। অ' আই, দাৰিয়ে মুখে গোটেইটো ভোবোকাৰ দেখোন ।

[ ভেদেউৰ ছুই লৈ প্ৰবেশ আৰু লখৌৱে বিৰি জলাই। ছুই দাল ভেদেউৰ হাতত দি ]

যাগে যা। পিতাই আহেছে লাগে। ( ভেদেউৰ প্ৰস্থান

লখৌ- ( বিৰি ছুপি ছুপি ) সংসাৰত এই স্কুলনে ফিস্কুলদাল নোহেঃৱা হলেই ভাল আছিল কতা।

( হাতত হালোৰা এছাৰি লৈ বগীৰামৰ প্ৰবেশ )

বগীৰাম— এইয়া পঢ়িছ ? ( লখৌক কোবাই কোবাই কয় ) টিকা ফটীয়া ব'দত হাল বাওঁতে মোৰ পীত মৰিছে, আৰু তই কিতাপ মোকোলাই লৈ বিৰি ছুপিছ! হয় ৰজাত খাট্ নহয় কুঁজাত খাট!

লখৌ-- নেমাৰিৰি ঐ পিতাই! নেমাৰিবি ঐ! পঢ়িম ঐ! বিৰি নেখাওঁ ঐ। বাইদি ধৰছি ঐ। কৰিম ঔ!

( হাতৰ পৰা এৰাই লখৌ লৰ মাৰে আৰু বগীৰামে খেদি যায় )

—❀—

## প্ৰথম অঙ্ক

## দ্বিতীয় দৃশ্য

গাৱলীয়া পঢ়াশালী, এটা ডুটাকৈ লৰা আহি
শ্ৰেণীত সোমাই গণ্ডগোল কৰি
থাকে আৰু এটা লৰাই
নাচি নাচি গায়।

লৰা— হালধীয়া চৰায়ে বাওধান খায়
শহুৰৰ পিতেকে নাও মেলি যায়।
নাৱে বোলে তুল বুল, বঠাই বোলে হেলা
গধূলীতে গধূলীতে ডবা কোবা।

[দূৰত মাষ্টৰক দেখি সকলো লৰা
নিজৰ নিজৰ ঠাইত বহে আৰু
মাষ্টৰ স্কুলত সোমোৱাৰ লগে লগে
ৰূপচিংৰ বাহিৰে সকলো ঠিয় হয়।]

মাষ্টৰ—(বহি থকা লৰাটোলৈ চাই) এই লাট চাহাবৰ পোৱালী! আঠু কাঢ়ি থাক। (লৰাটোৱে আঠু কাঢ়ে) মাষ্টৰ আহিলে উঠিব লাগে বুলি নেজান? (হাজিৰা কৰে) পীতৰাম দাস, মধুৰা কৈৱৰ্ত্ত, হৰিৰাম সৰুকোঁচ, লথৌ কলিতা, (অনুপস্থিত)

ৰূপচিং, ঘুটুলাই কছাৰী, চেখ কৰিম, (অনুপস্থিত) কেৰপাই কেওঁট, জালিৰাম লস্কৰ, চেখ দেলখোচ আলি, ৰুণলৰা পাতৰ, চাৰবুঢ়া মিকিৰ, নিহাক-মিছা, বগীতৰা কুচুনী, কণমাই, নমাই, ( হাজিৰা বহীখন বন্ধ কৰি থৈ ) লথৌ আৰু কৰিমৰ আজি কি হল অ'? ৰূপচিং বহ। ( বহে )

হলিৰাম— সিহঁত দুয়োটাকে বাবু, আমি হেকেৰা আহঁতৰ ওপৰত উঠি থকা দেখি আহিছো। স্কুললৈ নেযাবনে কি বুলি সোধাত কৰিমে গছৰ ডাল এটা ভাঙি বাবু, আমাৰ গালৈ ফৰমুটি মাৰি পঠিয়াইছিল।

পীতৰাম- হয় বাউ। আমিও দেখিছোঁ।

মাষ্টৰ— তই কত দেখিছিলি?

পীতৰাম— আমি বাউ, হেকেঁৰা আহঁতৰ তল পাওঁতেই কৰিমে আহঁত গুটি এটা আমাৰ মূৰতে মাৰি দিছিল। মই ওপৰলৈ চাওঁতেই লথৌৱে মোৰ মুখতে তামোলৰ পিক পেলাই দিছে, এইয়া বাউ, চোলাত দাগ আছেই। মই বাবুৰ আগত কৈ-দিম বুলি কওঁতে কৰিমে কলে বোলে, "যা ব'পেৰৰ আগত কৈ দেগৈ"।

মাষ্টৰ— বাৰু চাহাবে স্কুল চাই যোৱাৰ পিচতেই দুইতাকে ধৰি আনি জলপানটো ভালদৰে দিয়া যাব।

পিচে এতিয়া— চাউল-পাত, পাচলী-খাৰখি কোনে কি কি আনিছ ? তই— জালিৰাম ! ৰঙালাও আছে বুলিছিলি নহয় ? আনিছ ?

জালিৰাম— ( ঠিয় হৈ মূৰ খজুৱাই )

মাষ্টৰ— কতা দগাবাজ ! খালি টুটুৱালী,

পিঠিৰ চামৰা উঠি যাব । ৰঙালাওতো দিবিয়েই আৰু কি দিবি তাৰ ঠিক নহব ।

জালিৰাম— নহয় বাউ ! পিতায়ে হেঁদালীৰ ওপৰত তুলি থৈছে চুকি নেপালো বাউ ।

মাষ্টৰ— তই, হুলিৰাম ! তোক যে আনিবলৈ দিছিলো, ক'তা ?

হুলিৰাম— নাই বাবু, লালি বিচাৰি নেপালো ।

মাষ্টৰ— হেৰ, চাধাতো তইঁতৰ বাৰিতে আছে ।

লালি দুপইচা মানৰ কিনি আনি উৰলত খুণ্ডা দুটা মাৰিলেই বঢ়িয়া মলা-ধপাত হয় ।

তইঁতৰ পঢ়া-শুনা একো নহব । গোল্লাই ৰাৰি ইক । হাৰাম জাদা, তাকে কৰিব নোৱাৰিলি ।

পীতৰাম ! তই একা !

পীতৰাম— আমি বাউ, শিল কোমোৰা এটা আনিছো ।

মাষ্টৰ— বে'চ বে'চ । তুমি যাওঁতে মোৰ ভাত সোমাই মোৰ ঘৰত দি যাবাগৈ । ( লৰাবিলাকলৈ চাই )

দেখিলি, যি পঢ়াশুনাত ভাল, সি সকলোপিনেই ভাল। হেৰ, বাজিল কেইটা? চাহ্‌ৰ আহিবৰ সময় হলেই হবলা।

(এনেতে ৰগীৰামে লখৌ আৰু কবিমক কাণত ধৰি আনি মাষ্টৰক গতাই দিয়ে)

ৰগীৰাম—ইহঁতৰ কেৰামতালী দেখিছা মাষ্টৰ বাবু! স্কুললৈ বুলি ওলাই আহি হেঁকেৰা আইতৰ ওপৰত উঠি আছেহি। শালিকলিয়েইনে মানুহেই নে, তোমাৰ চিন ধৰিব নোৱাৰি। মোক দেখি গছৰ ডালত পেত পেলাই সমান হৈ আছে দিয়া।

মাষ্টৰ—বাৰু, বান্ধৰইঁত! ইহঁতক মই এতিয়া ঠিক কৰিম।

ৰগীৰাম—ইহঁত বান্ধৰেই দিয়া মাষ্টৰ বাবু! ইটো ডালৰ পৰা সিটো ডাললৈ যেনেকৈ জপিয়াই—তোমাৰ হাত ভৰি শিৰশিৰাই যায়গৈ দিয়া। দগাবাজইঁত। খুব পিতিবা মাষ্টৰ বাবু, ইহঁতক। খালি হাত ভৰি নেভাগক আৰু চকু নুফুটক। (প্ৰস্থান)

—মাষ্টৰ (ওচৰলৈ আহি) আঠু কাঢ়। আঠুকাঢ় দুইটাই। (মাৰে) চাওঁ ভইতৰ জেপ চাওঁ। (লখৌৰ জেপৰ পৰা এটা জ্বিয়াচালাই আৰু কবিমৰ এটা জেপত হাত সুমুৱাই এপাত গুলটি উলিয়াই। আকৌ আন এটা জেপত হাত সুমুৱাই) এই বিলাক কি ঔ? ইবোৰবিলাক মাটি পেঞ্জিল কিয় আনিছ? (জেপৰ পৰা

হাত উলিয়াই) অ' কতা এই বিলাক বিবি দেখোন ।
বিবি খোৱা ওলাইছ । এটাৰ হাতত জিয়াচালাই,
এটাৰ হাতত গুলটি বিহি । ( দুইটাকে খুব মাৰে )
যা বহগৈ । তইঁতক মই ঠিক কৰিম । ( বেলিলৈ
চাই ) চাহাব আহিলেই তই— পীতৰাম, তই
কাপ্তান নহয় ! কচোন কি কৰিবি ? মই সিদিনা
দেখুৱাই দিছিলো নহয় !

পীতৰাম— ঠিয় হোৱা । চ.াম, এক দুই ।

মাষ্টৰ— বে'চ বে'চ । চুৰিয়া তুলিয়া ভালকৈ পিন্ধি
আহিছইঁক নহয় ! চাহাবৰ আগত কথা কওঁতে
ভয় নকৰিবি । বুকু ডাঠকৈ কথা কবি ।
বিলাতী চাহাব নহয়, নহয় ! খালি চাহাবৰ নিচিনা
পোচাক মাৰি আহিব । কিবা পঢ়া ধৰিলে মই
শিকোৱাৰ দৰে উত্তৰ দিবি । বাৰু— কেৰপাই
তই কচোন, পৃথিৱীখন কিহৰ নিচিনা ?

কেৰপাই— বাউ, পৃথিৱীখন পলটোৰ নিচিনা ।

মাষ্টৰ—বাপেৰৰ মূৰটোৰ নিচিনা । আঠুকাঢ়ি থাক ।
তই ক, মঘুৰা ।

মঘুৰা—বাউ, পিথিবীখন খালৈটোৰ গতেৰে ।

মাষ্টৰ—ধেৰ আহমক । খালৈটোৰ গতেৰে ! আঠুলা
আঠুল । তই ক, ৰুপচিং ।

ৰুপচিং—আয়াঃ । পিথিবীখননো আকৌ কেনে বেদীয়া হয়,

গৈ থাকিলে দেখোঁ অন্তই নাই। দীঘলীয়াই
ন চেপটাই না একো ধৰিবাই নবং দে। (বহে)

মাষ্টৰ— আঠুকাঢ়। আঠু কাঢ়।

…চিং—কিয়া (ঠিয় হয়) আঠু কাঢ়িবা লাগিনিহে
ইচকুলক আহিছং না? (মাষ্টৰে মাৰে) ইঃ!
ওই না মাষ্টৰ। (আঠু কাঢ়ে)

ঘুটুলাই—বাবু কেচাপ কৰি আহো।

মাষ্টৰ— যা সোনকালে আহিবি।

(ঘুটুলাইৰ প্ৰস্থান। মাষ্টৰে বেলিলৈ চায়
এনেতে কৰিম আৰু লখৌ সাউত কৰে
স্কুলৰ পৰা ওলাই লৰ দিয়ে)

ল'ৰাবিলাক—বাবু, লখৌ, কৰিম পলাল। পলাল বাবু, পলাল।

মাষ্টৰ— হেৰ কেনি গল? পীতৰাম, হলিৰাম তঁহত
দুইটা যা, ইইতক ধৰি আন।

(পীতৰাম আৰু হলিৰাম বাবলৈ খোজে
এনেতে ঘুটুলাইৰ উধাতু খাই প্ৰবেশ)

ঘুটুলাই—বাবু চাহাব আহিছে, চাহাব আহিছে।

মাষ্টৰ— হেৰ সচানে মিছা? আহেঁ৷ বুলিয়েই সঁচাকৈয়ে
আহিল দেখোন। (পীতৰাম আৰু হলিৰামক)
যা, যা, বহি থাকগৈ।

ঘুটুলাই—সৌৱা পালেহিয়েই। মোৰ গাটো কঁপিছে বাবু।

মাষ্টৰ— ( কঁপ কঁপ ) ভয় নকৰিবি। ভয় নকৰিবি।
মোৰ নিচিনা বুকু ডাঠ কৈ থাক। ( সেপঢুকি )
এই হাই নকাৰিবি। ছেঃ, সক পানীওচুৰ লাগিছে।

( চাহাবৰ প্ৰবেশ। মাষ্টৰে আগবাঢ়ি গৈ
হাতযোৰকৈ প্ৰণাম কৰে। )

চাহাব— এই খন কি স্কুল? নাম কি?
মাষ্টৰ— চাৰ! স্কুলৰ নাম লটাইমাৰী নিম্ন প্ৰাইমেৰী স্কুল
চাহাব— তোমাৰ কি নাম?
মাষ্টৰ— হেমাই পণ্ডিত চাৰ!
চাহাব— ইয়াত লৰা কিমান আছে!
মাষ্টৰ— আঠৈকুৰি তিনিকুৰি ছাত্ৰই দৈনিক উপস্থিত থাকে। আজিহে কেৱল চৈধ্যজন হল।
চাহাব— পঞ্চাছ ষাঠি জনৰ পৰা একেবাৰেই চৈধ্য জনত পৰিলহি কেনেকৈ? মাষ্টৰে অলপ মিছা কথা কৈছা হবলা!
মাষ্টৰ— নহয় চাৰ! ইয়াৰ ভিতৰত বহুত লৰাই ম'হ ৰখিব লাগে। গৰু চৰাব লাগে। কিছুমানে ধানো কাটিব লাগে, কিছুমান আকৌ গ্ৰহণী বেমাৰত পৰিছে। ভিতৰুৱাল জেগাত ডাক্তৰ কবিৰাজ এজন দেখিবলৈ নাই। ঘৰৰ অৱস্থাও প্ৰায় বিলাকৰে শোচণীয়।
চাহাব— বাক, এতিয়া তুমি কি পঢ়াইছিলা?

মাষ্টৰ—ভুগোল চাৰ ।

চাহাব—কি ভুগোল্‌ ?

মাষ্টৰ-- আদৰ্শ ভু পৰিচয় চাৰ !

চাহাব—কোনে কৰা ?

মাষ্টৰ--চাৰ ! সেই হেৰি, কিবা বোলেনে, আমাৰ সেই এস্‌, আহোঁ ২ কৰে,

চাহাব—বুজিছো বাক ইংৰেজ পঢ়া ধৰাছোন ?

মাষ্টৰ—পীতৰাম ! তুমি কোৱাচোন পৃথিবীখন কেনেকুৱা ?

পীতৰাম – বাউ, হেৰি—সুমথিৰা টেঙাটোৰ দৰে।

চাহাব –( হাঁহি ) খাবলৈ মিঠা নহয় ?

( পীতৰামে মাষ্টৰৰ মুখলৈ চাই থাকে। মাষ্টৰে আঙুলীৰে ঘুৰণীয়াকৈ দেখুৱাই। পীতৰামে সেহা বেঙাকৈ মনে মনে থাকে )

বাক এইটো মোখীক ধৰা চোন ।

মাষ্টৰ— কণলৰা, তুমি কোৱা— একুৰি কাৰৈ মাছৰ দাম চাৰি পয়চা হলে চাৰিকুৰিৰ দাম কিমান হব ?

কণলৰা— ( সেপটুকি ) বাউ, থুপতে বেচিবৰ হলে চৈদ্ধ পয়চা ।

মাষ্টৰ— তুমি কোৱা পীতৰাম,

চাহাব— নহয় । তুমি কোৱা ( কপচিংক )

কপসিং— ( স্বগতঃ ) আঁৱাঃ । কিনো কং । ( ফুটাই ) বাউ ( চাহাবক ) ইচকুলক লাগি বহুত দিন অহাই

নাই দে। আজিহে আহিছং।

চাহাব—(হাঁহি) সাক কোনাহোন।

ৰূপচিং— কিনো কং। ইয়াত মযেহে আছং না? এই গিলাক ছুঁধিবা নোৱাৰ। (মাষ্টৰে চকু পোপোৱাকৈ ধৰে, ৰূপচিং বহি থাকে)

চাহাব—ওঁ বুজিছোঁ। শুনা পণ্ডিত। তোমাৰ এই স্কুল চৰকাৰে নলয়। চৰকাৰৰ খৰৰ পৰা ইয়াত অন্য স্কুল দিয়া যাব। তুমি আৰু ইয়াত মাষ্টৰী কৰিব নেলাগে।

মাষ্টৰ—(হাতযোৰ কৰি) চাৰ! আপুনিয়েই মা-বাপ। কাটিলেও কাটিব পাৰে, মাৰিলেও মাৰিব পাৰে; কিন্তু হজুৰ! কামৰ পৰা বৰখাস্ত নকৰিব। নিগমে মৰিলোঁ। নিজৰ লেখা যেন ভাবি গোস্পা মাৰি থৈ যাওক। বেঙেনাবাৰী চাৰ, এবাৰ লগাই লগে সদায় চিন্তি থাকিব পাৰিব।

চাহাব—নাই! নাই! তোমাৰ এনেবুৰা শিক্ষালৈ মই এই স্কুল কোনো ৰকমেই মঞ্জুৰ কৰিব নোৱাৰো।

মাষ্টৰ—(ভৰিত ধৰি) দোহাই ঈশ্বৰ! কাটকেই বা মাৰকেই, আপোনাৰ আগত সঁচা কথা কওঁ। মই হৈছোঁ মুৰুখ কছাৰী মানুহ। লেখা-পঢ়া ভালকৈ নেজানো। পেট প্ৰবৰ্ত্তাবলৈ উপায় নাই। আমাক আগপিছ কৰি দিবলৈকো কোৰি ধৰোতা

মংস্থত নাই। সাজে সোতৰই এই দাঁতি কাষৰতে স্কুলখন পাতি ইযাতেই মাষ্টৰী কৰি আছোঁ। ভাবিছিলোঁ সুবিধা কৰিব পাৰিলেই চৰকাৰৰ পৰা জলপাণি এটা লৈ টেলীং পঢ়িবলৈ যাম।

চাহাব— এই সোপা বিদ্যালৈযে টেলীং পঢ়িবলৈ যোৱা। অন্ততঃ ছাত্ৰবৃত্তি পাচ কৰিব লাগিব। বাক স্কুলৰ অৱস্থা যদি এনেকুৱাই হয় তেন্তে চৰকাৰক জনাইছিলা কিয়? তুমি নিজেই খুটি পুটি জুটি

মাষ্টৰ— হজুৰ! কোলে "আশাত মৰে বৰশীৰ মাচ"। দৰ্মহা কেইটকা মান পাম বুলিয়েই চৰকাৰক জনাইছিলোঁ। আপনি যে আহি এনেকৈ পৰীক্ষা কৰিব সেইটো নেভাবিছিলোঁ। পিছে হজুৰে যেনে তেনে দয়া-কৰি এটা ব্যৱস্থা কৰিলেই পাৰ পাওঁ।

চাহাব— স্কুলখন হয়তো ৰব! কিয়নো এনে ভিতৰুৱাল ঠাইত স্কুল আমাৰ প্ৰায় নায়েই। কিন্তু তোমাকতো ৰাখিব নোৱাৰো।

মাষ্টৰ— নহয় হজুৰ! বন্দীক টিপামাৰি থওক। আগলৈ বহুত কামত আহিব।

চাহাব— কি কৰো, উপায় নাই। (ভাবে) বাক, তুমি দুই তিন দিনৰ ভিতৰতে জিলালৈ গৈ মোক ঘৰতে দেখা কৰিবাগৈ।

প্ৰস্থান আৰু মাষ্টৰে অলপ আগ
বঢ়াই দি আহেগৈ ]

মাষ্টৰ— ( লৰাবিলাকক ) কুকুৰহঁত ! চাহাব স্কুলত সোমালে কি কৰিব লাগে শিকালোহে শিকালো ভোজ খোৱা শিয়ালৰ দৰে বহি থাকিলি । চালাম— এক দুইটো কেনিবা উৰিয়েই গল । ঠিয় হবলৈকো পাহৰিলি । কামৰ ফালে বা কি হয় এখোন । এতিয়া আকৌ ক্লিনপাল অহা যোৱা আৰু বা কাঁহাতক কি ? এইটো, এইটো পীতৰাম নে চিতৰাম, শিল কোমোৰা দেখুৱাই মন ভাল লগাইছিল ( মাৰে ) এইটো— এই দকচাটো, ইয়াক শুধিবা এটা সি কব এটা । ( কপচিংক মাৰে )

কপচিং— আয়াঃ । তই না মাষ্টৰ । আজিৰ পৰা স্কুলক লাগি নাহাওঁই আৰু ।

[ চিলঠ কিতাপ দলিয়াই পেলাই
দিয়ে আৰু লৰ মাৰে )



## প্ৰথম অঙ্ক

## তৃতীয় দৃশ্য।

কৰিম বকচৰ ঘৰ।

[কৰিম বকচে এডাল বৰশীৰ চিপ কাটি থাকে
আৰু গুণ গুণকৈ গানৰ সুৰত গায়]

কৰিম— লেখেগা পঢ়েগা মৰেগা দুঃখে
মৎস্য ধৰেগা খায়েগা সুখে।

চালা—পচন মাফিক এডাল চিপ নেপালো। ৰহিমহঁতৰ বাঁহজোপাত আছে, তবে মানুহটো বৰ বজ্জছ্। চিপ এটা খুজিলে ভালাই নিদিয়ে। এইটোৱেই একৰকম হব।

[চিপডাল চিধা কৰিবৈ আগটোলৈ চাই ছুটামান জোকাৰ মাৰোঁতেই পিচ ফালৰ পৰা লখোৱে আহি থেলা মাৰি দিয়ে।]

দূৰ হ'। এইটো কি বনাইছোঁ দেখা নাই, ভাঙ্গিযোৱা হলে।

লখো— এই আজি এটা মস্ত খবৰ আছে। আমি আৰু স্কুললৈ যাবলৈ নেলাগে। কালিযে চাহাব আহিছিল সি স্কুল ভাঙ্গি দি গল। আৰু কপচিঙে বোলে মাষ্টৰক বহালেও।

কৰিম—ল। আবে ইঁচানে মিছা?

লথৌ—তই মিছা বুলি ভাবিছ; পীতৰামে মোৰ আগত শপত খাই কৈছে। পিছে এটা কথাহে, স্কুল একেবাৰে ভগা নাই। মাষ্টৰক হে খেদাব হবলা। কিন্তু আমাৰ হলে স্কুল ভাগিল বুলিহে উলিয়াব লাগে। মাষ্টৰকো মৰা নাই বুজিছ। কিন্তু আমাৰ হলে মাৰিছে বুলিহে সকলোৰে আগত কৰ লাগে।

কৰিম—কব লাগে কি হ'। মাৰিছেই। স্কুলো ভাগিলেই। কচ্ছম খোদা। ৰক্ষা পৰিলো ভাই। এই দাৰীয়া, তামোল লৈ আহ! বিবি খাবিনে ধপাত খাবি অ'?

লথৌ— ধপাতেই খাওঁ দে।

কৰিম—(ভিতৰৰ ফালে চাই) বাবাজান আছে বে। মুছিণী বিবি আছে তাকে খাঁ।

[কৰিমে বিৰি দিয়ে। লথৌৱে জলাই।]

চুৰণৰ বাচ্ছা মাষ্টৰ, চয়তানৰ হাৰ্দ্দি আছিল হ'। ইমান মাৰে হালাই।

লথৌ—আৰু ইমান দিন যে আমাক পঢ়াইছিল, চব হেনো ভুল।

কৰিম—আবে হি বোলে হেনো আক' কলিকতা পাচ।

লথৌ—ধেৎ, কলিকতা পাচ? জিলা পাচেই নহয় সি।

কৰিম—তবে ইমান দিন হি আমাৰ ওপৰত টেক্কা মাৰি আছিল।

লথৌ—এই, ৰৰহোলাত খুব মাছে থুটিয়াইছে বোলে। এতিয়াতো আৰু স্কুললৈ যাব নেলাগে। তোৰ বাবা

জানেও আৰু খং নকৰে আৰু মোকো পিতায়ে একো নকয়।

কৰিম—কথাটো হয়, খং নকৰে তবে ভাই ফাঁকিও ফাঁকি জবৰৰ ফাঁকি। যিদিনা ধৰা পৰিম হাদ্দি একদম গুৰা কৰি দিব।

লখো—কি ফাকি? স্কুল ভঙা আৰু মাষ্টৰক মৰা? হেৰ, চৰটো খোচাটোতো সদায় আছেই সেইদিনা যেনিবা অলপ বেচি হব। তেওঁ স্কুললৈ যাব নোৱাৰি বোপাই! (কৰিমে হাঁহে) কি ঐ! হাঁহিলি দেখোন।

কৰিম—(হাঁহি হাঁহি জিয়াচালাইৰ কাঠি এটা মাৰি বিৰি জলাই) মাষ্টৰটোলৈ মনত পৰিছে হ'। তাৰ হাদ্দি ভাঙি দিব লাগিছিল। আমি দুটা আৰ অলপ হময় থকা হলে ভাই ৰৰ মজা হলহেঁতেন।

লখো—দে, দে, গল কথা গুছিল। এতিয়া সোনকালে ওলা। টোপ খান্দিবলৈকো যাব লাগিব নহয়।

কৰিম—এৰা দে ব'ল।

[নেপথ্যত ওৱাহেদ আলিয়ে মাতে, কৰিমে মুখৰ বিৰিটো মাটিত পেলাই ভৰিৰে খচকি পেলায়।]

ওৱাহেদ—(ভিতৰৰ পৰা) কৰিম, এই কৰিম।

কৰিম—বাবাজান!

(ওৱাহেদৰ প্ৰবেশ)

ওৱাহেদ— কোন ? লথো !

লথো— এৱা দেদাই ।

ওৱাহেদ— কালি তহঁতৰ স্কুলত কি গণ্ডগোল লাগিছিল অ' ?

লথো— দেদাই, কালি আমাৰ স্কুললৈ চাহাব আহিছিল। চাহাবে মাষ্টৰক কামৰ পৰা বৰখাস্ত কৰিলে, আৰু স্কুল একেবাৰেই ভাঙি দিলে। মাষ্টৰে ইমানদিন আমাক যি পঢ়াইছিল, সকলো হেনো ভুল।

ওৱাহেদ— স্কুলখন ভাঙিলে কিয় ? এইটো মাষ্টৰ বেয়া, অন্য এজন জন্য বুজা মাষ্টৰ মকৰৰ কৰা হলেই হ'লহেঁতেন।

লথো— দেদাই কৰিম, মই এতাই বিলাক লৰাই চাহাবক ধৰিছিলো, নাই চাহাবে কোনো মতেই নেমানিলে। চাহাবে কলে, ইয়াত বোলে স্কুল হবই নেলাগে। এনেকুৱা ভিতৰ ঠাইত স্কুল হলে হেনো লৰাবিলাক বেয়া হব।

কৰিম— ৰূপচিঙৰ কথাটো ক—না। এই দৰায়া বাবাজানক একচিলিম ধপাত চজাই দে।

ওৱাহেদ—ৰূপচিঙৰ কি হল অ' ?

লথো- কালি মাষ্টৰে চাহাব যোৱাৰ পিচত খঙতে আমাক আতাইখনকে খুব মাৰিলে। তাৰ পিচত যেতিয়া ৰূপচিঙক মাৰে তেতিয়া উভতি সি মাষ্টৰক গৰা মাৰি ধৰিলে।

কৰিম— দূৰ হ'। ভালকৈ নকৰ কিয় ? মাষ্টৰে তাক দোকোবমান মাৰোতেই হি পাইতাৰা কৰি মাষ্টৰক পতকাই ললে। ( দৰীয়াই ধপাত দিয়েহি )

গুৱাহেদ— পাইতাৰা কৰি পতকাই ললে। বদমাইচ। মাষ্টৰক পতকাই লয়, আজি কালিৰ লৰাবিলাক বৰ কমিনা হল। আগেয়ে আমি মাষ্টৰক বাঘৰ মতন দেখিছিলো, জান ? আমি মাষ্টৰৰ ভৰি চুই হেৰা কৰিছিলো। তোমালোকৰ লেখা-পঢ়াতো গলেই, যি বিচাৰিছিলা তাকে পালা। এতিয়া হবলা ৰৰহীলৈ ওলাইচা। স্কুল নাই বুলি না-হক কথাত টিকাফটীয়া ৰদত ঘৰিকুৰিব নেলাগে। পথাৰত যাই গৰু কেইটা অলপ নজৰ দি আহি-বি গৈ। লোকৰ ধান খাব। দৰীয়া ধৰ। [ দৰীয়াই ধৰিবলৈ অভাৰ আগতে কৰিমেই হোঁকাটো ধৰে। গুৱাহেদৰ প্ৰস্থান ]

কৰিম —( চিলিমটো লথৌক দি চুটীমান জাপ মাৰি হাত টিলিকি মাৰি কয় )
দেখনা ভাই, আজি বাবাজ্জানৰ মিজাজটো হিমান কাৰা নহয়। স্কুল কামাই কৰিলেহে কাৰা কাৰি কথা কব। এতিয়াতো আৰু স্কুল নাই। বৰ ফুৰ্ত্তি লাগিছে ভাই! কিন্তু দেখিবি স্কুল ভঙা

আৰু মাষ্টৰক 'মৰা এই দুইটা কথা মানুহৰ আগত কওঁতে বৰ লুচিয়াবে কৰি।

লথৌ—যাওঁ ব'ল না। টোপ খান্দিবলৈ আছেই নহয়। অ' টোপ নেখান্দিলেও হব দে। ভেদেৰে সৰু সৰু পোনা মাছ ধৰি থৈছে। তাৰেই বাম। আহ যাওঁ। ( প্ৰস্থান )

## প্ৰথম অঙ্ক

# চতুৰ্থ দৃশ্য ।

### বিলৰ পাৰ

[ কৰিম আৰু লথৌৱে তাচ খেলি গৰু ৰখি থাকে । ]

লথৌ—অলপ মন কৰি থাকিবি দেই । গৰু গৈ কাৰোবাৰ ধাননীত লাগিব গৈ ।

কৰিম—গৰু আমাৰ তৌ বিলৰ হিপাৰে হে আছে ।

[ তাচ মাৰি থাকে ] বিহুটো হালাই হাত দিন থাকিব পয়চাতোহে কিছু কমটি পৰি গল ।

লথৌ—এৰা দে ।

কৰিম—দূৰ । তই কালি বৰ বুৰ্বকামী কৰিলি । তাচ মাৰিলে হাত চাফাই মাৰিব লাগে । তোৰ পৰাহে কালি ইমান পয়চা হাৰিলো ।

লথৌ— কালি মানুহ ৰেচি হল নহয় অ' । মোৰ ভুল হৈ গল ।

কৰিম— আচ্ছা যাওক । খোদাৰ ফজলে দোচোৰা একদিন ধৰি লম ।

লথৌ— চেঙেৰাটো কিন্তু বে'চ খেলোৱাৰ ভাই ।

[ ভেদেউৰ প্ৰবেশ ]

কোন অ' ভেদেউ !

কৰিম— আ— বিহু পাইছেহি নহয় । তোক হেৰা কৰিবলৈ
ইয়ালৈকে ছুতি আহিছে ভাই ।
এই, মোকো এটা কৰিবিনেকি ?

ভেদেউ—ইঃ ! এই গৰীয়াটোৰ আৰু এই খনেই নুগুছিল ।

কৰিম—বিহু পালেহিয়েই নহয় ।

ভেদেউ—পালেহিতো । ভইঁতলৈ কিবা এটা আনিছোঁ ।

কৰিম—অ' হয় নেকি ? দে, দে কি আনিছ ।

( ভেদেৱে দুয়োকো দুখন গামোচা দিয়ে )

কৰিম—( গামোচা খন মেলি ) বেচ, বেচ, ফুলাম গামোচা ।
হওক আই । মেহেৰ বান খোদায়ে যেন তোক
হোনকালে লখোৰ হাতত পেলায় ।

ভেদেউ—যাহ, এইটো ।

কৰিম—আশীৰ্ব্বাদ হে দিছোঁ ।

ভেদেউ—ইঃ । এনে লাজ মাইকিয়া ! মই গাওঁ । ছোৱালী
বিলাক মাছ মাৰিবলৈ আহিছে ।
ময়ো আগোঁগৈ । ( প্ৰস্থান )

লখৌ—আ—গৰু ধাননীত লাগিল গৈ ঐ ।
আহ, আহ, । ( দুয়ো দৌৰা প্ৰস্থান )

[ জাকৈয়া ছোৱালীৰ প্ৰবেশ আৰু কেইজনী
মান ছোৱালী বিলত নামি মাছ মাৰে ।
কেইজনা মানে পাৰত জাকৈ থালৈ থৈ
কাণি কাপোৰ ঠিক কৰি লয় ।]

প্ৰথম জাকৈয়া—এই কেই জনীৰ গায়েই নলৰে । বেলি
আহি মূৰৰ পোন পালেহি ।

দ্বিতীয় জাকৈয়া—নকৰিব আই। আঁৰে আঁৰ পৰ। ভোজনেই দেৰ পৰ। সৌ এজনী লচপচি আহিছেহি।

তৃতীয় জাকৈয়া—ঘৰতনো কাৰ আলপৈচান (ভেদেউৰ প্ৰবেশ) ধৰ হয়। আৰুনো মাছ কেতিয়া মাৰিবি? তোৰ আৰু মাছ ইফালে দুভাগ হয়।

দ্বিতীয় জাকৈয়া—কি দুভাগ হয় অ'।

তৃতীয় জাকৈয়া—এ, তই নেজান? এভাগ সথৌৰ ঘৰলৈ যাব নহয়।

দ্বিতীয় জাকৈয়া—চিকো—সঁচানে মিছা।

[ছোৱালী কেইজনীৰ এই বিলাক কথাৰ মাজতে ভেদেউ বিলত নামি জাকৈ মাৰি থাকে।]

ভেদেউ—যা—যা। চুপতি নেমাৰিবি। বোলে "সকলা চৰায়ে মাছ খায়, মাছৰোকাৰ নাম হয়।"

প্ৰথম জাকৈয়া—বাৰু দে দে। তস্কিলে মস্কিলে হত্তীবো পাও পিচলে। দমিলাইত আহে মানে। তামোল একো খনকে খাই লওঁ।

[হাঁচতি মেলি তামোল খায় আৰু নাম গায়]

"কলা কৈ ভাৱৰে আকাশ ঢাকিলে
বিজুলী মাৰিলে টানি
চোপলৈ চকোৱাই শোহনি মাৰিলে
পাৰী পিয়াই নেপালে পানী।"

ভেদেউ— তাতে নাম গাই মৰি থাকইঁত ।

দ্বিতীয় জাকৈয়া—সিইঁত অহাই নাই নহয় ।

তৃতীয় জাকৈয়া—বল্ বল । আহিলে আহিব নাহিলে নাই । আমি নামোগৈ । ( সকলো পানীত নামে )

প্ৰথম জাকৈয়া—এই ভেদেউ, চাচোন চা । এইটো মোৰ জাকৈত কি মাছ উঠিল ?

ভেদেউ—আয়ৈ দেহি ! ৰৌ মুৰলী ।

দ্বিতীয় জাকৈয়া—কথা এটা শুনিছইঁক নে ? হেমাই পণ্ডিতক বোলে মাৰিলে । এতিয়া কোনে মাৰিলে সেইটোহে নেজানো ।

তৃতীয় জাকৈয়া— কৰিম আৰু লথো বুলি শুনিছোঁ ।

ভেদেউ— বোলে "পচোৱা বতাহে দুৱাৰ মেলে বৰলাৰ গাত জগৰ লাগে ।" সিইঁতৰ নামটো আকৌ এনেয়ে গুলাই ।

প্ৰথম জাকৈয়া— তোৰ গাটো হবলা টেঙাই গল ?

দ্বিতীয় জাকৈয়া— ইঃ । টেঙাই যোৱাৰ কথা কৈছেহে । কোন দিনা এখোন দেউৰী পেহাই বুকুভুকুৱাই কান্দিব লাগে তাৰ ঠিক নাই ।

ভেদেউ— তেনেকই মোৰ লগত চুপতি মাৰি থাকিলে মাছ চাছ নেমাৰি গুচি যামগৈ হো ।

তৃতীয় জাকৈয়া— এ আই, খংনো কৰিছ কিয় ? কিনো দেশত নোহোৱা কথাতো

(সুৰ লগাই একনীয়ে গায়)
"উজাই নাৱৰীয়া নাৱে মেলি গলে
বালিত পুতি গলে টো
আই নেকান্দিবা বোপাই নেকান্দিবা
আমি উবণীয়া মৌ।"

(কিৰিলি মাৰি কৰিম আৰু লথৌৰ প্ৰবেশ)

কৰিম— বাৰে বা, জাকৈয়া ছোৱালী, মকৰা পোৱালী।
চাওঁ চাওঁ কি মাছ মাৰিছ? (নামি গৈ ভেদেউৰ খালৈটো থাপমাৰি লৈ আছে আৰু পানীৰ পৰা ভেদেৰে চিয়ৰি কয়)

ভেদেউ— দে দে এইটো। মোৰ খালৈটো লৈ আহ।

কৰিম— ৰ, না। মোক কেইটামান মাছ দিবিনে নিদিয় ক। চা-নাৰে লথৌ। কি মাছ মাৰিছে। (খালৈটো দেখুৱাই) বৰ চমৎকাৰ মাছ ভাই। (খালৈটো দিয়েগৈ লগতে লথৌও নামি যায়)

লথৌ— চাওঁ চাওঁ, তঁহতে কি মাছ মাৰিছ?

প্ৰথম জাকৈয়া— যা যা, এই কেইটা। লাজো নেলাগে তিকতা ছোৱালীয়ে জকাই মৰা চাবলৈ।

লথৌ— (নাচি নাচি) "বোলে গৰু চাবা গধুলা
ৰোৱা চাবা পুৱা
জকাই বাওঁতে ছোৱালী চাবা
কোন কেনেকুৱা।"

ভেদেউ— ইঃ এই কেইটা। গৰু চৰোৱা মানুহ গৰু চৰাই থাকগৈ। ইয়ালৈ আহিছ কিয় ?

কৰিম— দে দে ইমানতে হৰণ নকৰিবা।

দ্বিতীয় জাকৈয়া— চিকৌ। গঙ্গাত মুখখন ধুই আহগৈ।

"বোলে কেনেটোৰে কেনেখন কৰে।

আউনী পানেৰে মেলখন পাতে।"

লখৌ— বাৰু দে দে। তামোল এখনকে দে।

তৃতীয় জাকৈয়া— ভেদেউ খোজ।

কৰিম— খুজিলেনো কি হব হ'। এই ভেদেউ দেনা তামোল এখান।

[ ভেদেৱে পাৰলৈ উঠি হাচতিৰ পৰা তামোল উলিয়াই দুইটাকে দুখান তামোল দিয়ে। কিন্তু চোৱালী বিলাকে গায়। ]

আগফাল শুৱনি কাকিণা তামোলে

পাচফাল শুৱনি পান

বৰ ঘৰ শুৱনি জীয়ৰী চোৱালী

উলিয়াই দিবলৈ টান।

[ লখৌ আৰু কৰিমে হাহি হাহি তামোল খাই প্ৰস্থান ]

## প্ৰথম অঙ্ক

## পঞ্চম দৃশ্য

হেঁকেৰা আঁহতৰ তল ।

—বিহু খোলা—

(ডেকা গাভৰু বিহুকে ঢোল, টকা, পেপাৰ ছেৱে ছেৱে নাচি থাকে)

গাভৰু— "ভাটিলৈ ভটিয়াই গলেগই মোলোকাই
কোম্পানীৰ জাহাজত উঠি
মোলোকাইৰ বাতৰি পাম কেনে কৰি
চলাব নেজানো চিঠি ।"
( ৰিটিক্ টিক ঢোলবায়, নাচ )

ডেকা— "আঠিয়া কলাপাত চিঙি আন তুলাপাত
কাটিল ঢেকিয়াৰ কলম
লৰিব মোলোকাই কাছুটি সোলোকাই
কৰিব নোৱাৰে পলম"
( ৰিটিক টিক্ ডেকাৰ নাচ )

[ লথো কৰিমৰ নাম গাই গাই প্ৰবেশ ]

কলঙৰ কাষৰি চতাই পাখৰী
হেঁকেৰা আহতত পৰে,

নাচনীৰ মুখলৈ চাবকে নোৱাৰি
চকু ছাটি মাৰি ধৰে।"
ভেদেউ— "উঠাই মাৰিলা ফুলাম গামোচা
উভোতাই মাৰিলা থোৰ,
তোমাকে নেদেখি থাকিব নোৱাৰো
বুকুৰে বান্ধৈ মোৰ।"
(বিটিক টিক নাচ)

---

## দ্বিতীয় অঙ্ক

### প্ৰথম দৃশ্য।

পথৰুৱা বাট।

বোৱাভলিৰ পৰা ভেদেউৰ আক আনকালৰ পৰ
নাম গাই গাই কঠিয়া কঢ়িউৱা
হোলোঙা এডাল লৈ
বলোৰামৰ প্ৰবেশ

—গীত—

প্ৰথমে ঈশ্বৰে ‘ জগৎখন স্ৰজিলে
তাৰ পাছে স্ৰজিলে জীৱ।
সেইজন ঈশ্বৰে পিৰিতি কৰিলে
আমিনো নকৰো কিয় ?

বলোৰাম— অ’ ভেদেউ, সোনকালে উভটিলি দেখোন ?

ভেদেউ—এৰা, ঘৰত কাম আছে।

বলো—তহঁতৰ মাটি আৰু কিমান বাকী আছে গৈ অ’ ?

ভেদেউ—নাই অ’ কবই পৰা নাই।

বলো—আমাৰ আকৌ আজি হেদাৰীৰ পাল আছে। আৰু কুৰিটামান কঢ়িয়ালেই এইখিনি শেষ হবগৈ।

ভেদেউ—বাৰু মই যওঁ দে।

বলো—বচোন ৰ, এ-ৰাম!

ভেদেউ—কেলেইনো—মিছাতে।

বলো—চাওঁ হাঁচতিত তামোল আছেনে এখন দেচোন।

ভেদেউ—নাই, হাঁচতিত তামোল চামোল একো নাই।

বলো—এৰা আমি খুজিলে থাকিলেও নাই। লথো তোৰা হলে মোখোজাকৈয়ে দুই তিনিখন পালেহেঁতেন

ভেদেউ—পালেহেঁতেন যদি পালেহেঁতেন, যা। চাওঁ বাট এৰি দে মই যাওঁ।

বলো—যাবি বচোন, এনেকৈ কৰিলেও খং উঠে নে? তোলৈ মই খুব দৰ্মীয়া বেতৰ খালৈ এটা সাজি থৈছো নহয়।

ভেদেউ—মোক খালৈ নেলাগে। লথৌৱে দিয়া মোৰ দুটা খালৈ আছে।

বলো—লথৌৰ খালৈ দুটা হবলা সোণৰ বন কৰা?

ভেদেউ—তই পথাৰলৈ যোৱা মানুহ, পথাৰলৈ যা। মোৰ লগত চুপতি নকৰিবি।

বলো—নহয় চুপতি কৰা নাই। খালৈটো নেলাগে বুলি কোৱাতহে কৈছো। বেতৰ খালৈনো আমাৰ গাঁৱৰ কেইজনৰ আছে?

ভেদেউ—বেতৰ খালৈয়ো খালৈ, বাহৰ খালৈয়ো খালৈ। মোৰ আছে যেতিয়া নেলাগে।

বলো— সোণৰ থাকুও থাকু, পিতলৰ থাকুও থাকু!
এই বিলাকৰে কথা কৈছ? আচল কথা—
মই দিছোঁ কাৰণে নলয়।

ভেদেউ—জানিছ যদি আৰু সেয়ে।

বলো বাৰু নলয় নাই, গাৰ বলেৰেতো দিব নোৱাৰোঁ।
ভেদেউ! তই মোক কিয় দেখিব নোৱাৰ?
তোক মই ইমান ভাল পাওঁ।

ভেদেউ— তোৰ এই বিলাক কথা কবলৈ লাজ নেলাগেনে?
চাওঁ গুচ্। মই পথাৰলৈ আকৌ আহিবগৈ
লাগে। (গাৰ খোজে)

বলো— শুনচোন, শুন, এ ৰাম!

ভেদেউ— কি?

বলো— এই হেৰি নহয়, তই- মোলৈ বিয়া সোমাবি?

ভেদেউ— মই নিশ্চয়কৈ আজি পিতাইৰ আগত কৈ দিম গৈ

বলো- বাৰু দেচোন দে। মইনো কি বেয়া লগাটো।
নাকে মুখে কেনে গৰহীত। (ওচৰ চাপি যায়)

ভেদেউ— থুই কটা! নিলাজৰ সঁচ। (মুখতে থুই পেলাই
গুচি যায়)

বলো— (মুখ মচি) উঃ বেটী, একে জোলোকাই বাতী
পেলাওঁ বুলিয়েই পেলালে-দেখা। থাক বাৰু
তই। ময়ো যদি সাতোলা ভাণ্ডৰীৰ পুতেক হওঁ,
তোকো দেখিম মেৰিয়াৰ জীয়েক——তই কিমান

পানাৰ মাছ ।

( পীতৰামৰ প্ৰবেশ )

পীতৰাম— কি হল ঐ বলোকাই । অকলে কি বলকিছ ? মুখত কিবা লাগিল নে কি ? ( দূৰলৈ চাই সৌ জনী কোন ? ভেদেউ নহয় নে ?

বলো— জানো মই কব নোৱাৰো । ক'ৰ মানুহ কেনি যায়, তাকেহে মই চাই আছোঁ ।

পীতৰাম— পিচে খংনো কাৰ ওপৰত উঠিছে ?

বলো— নহয় অ' এই গায়নৰ ঘৰৰ কলী গৰুজনীয়ে সদায় তাঁতিখন ভাঙি ৰোৱা ধানবিলাক খাই শেষ কৰিলে । তাকে এই খিনিতে এতিয়া দেদাইক পাই কওঁতেই সিটোয়েহে আকৌ হাত ভাঙি মোক মাৰিবলৈ আহে ।

পীত— সেইৰ কেতিয়া ?

বলো— এ, এতিয়াই । এনেকুৱা দিনত এনেকৈ কঠিয়া নষ্ট কৰিলেনো বাৰু মানুহে কেনেকৈ সহে !

পীতৰাম— ( হাঁহি ) গায়ন দেদাইক দেখোন পথাৰত তাঁতি দি থকা দেখি আহিছোঁ ।

বলো— কেতিয়া দেখিছিলি ?

পীতৰাম— এ, এতিয়াই । মই তাৰ পৰাহে আহিছোঁ ।

বলো— এঃ--- নহয় অ' । অলপ পলম হৈছে নহয় । এইপিনে পথাৰলৈ যাওঁতেহে এই ঘটনা ।

পীত— জানো বোপাই, তইতো জান। পিচে এটা কথা—
সিদিনা মই ভেদেউক অকলে পাই তোৰ কথা
উলিয়াইছিলো। মনটো অলপ কোমল যেন
পাইছো ঐ।

বলো— হেটাটোৰ, সেই বিলাক কথা মোক নকবি ভাই।
দেহাত কিবা জুই জ্বলি আছে। মই যাওঁ—
মানুহৰ পোৱালা হওঁ যদি এবাৰ চাই লম।
(যাব খোজে।)

পীত— হেৰৌ কাক?

বলোৰাম— নহয় অ' গায়ন দেদাইৰ কথা কৈছো। (প্ৰস্থান)

পীত— বাৰু ভাই, মোৰ নামো পীতৰাম। তোৰ মই
পিচ নেৰিছো। হয়বা বঙামাটি নহয় বা
গুৱাহাটী। (প্ৰস্থান)

---

## দ্বিতীয় অঙ্ক

## দ্বিতীয় দৃশ্য।

— সাতোলাৰ ঘৰ—

( সাতোলাই ভাং কুটি কুটি বহি থাকে )

সাতোলা- ভাং নাখাবি, ভাং নাখাবি । আমি জানো কিবা দোকানৰ ভাং কিনি খাবলৈ গৈছো ; বাৰী চুকত ঈশ্বৰে দিয়া গছ চাইডাল গজিছে, তাৰে পাত কেইটা চিঙি আনি মোহাৰ মাৰি খাইছো। তাৰ ওপৰত আকৌ তেৰিয়াৰ পিতেক ভলমটিয়াৰইতে চিলিম ভাঙিবলৈ আছে । বাঙলীহে যাবি! কথা নাই বতৰা নাই, তোমাৰ চিলিমটো দিয়া। হেৰৌ চিলিমটো এনেয়ে আহিছেনে কটা অগিয়ানৰ সঁচতঁত ! হেৰৌ বস্তুটো কাৰ— যাৰ নাম ভোলানাথ— কৈলাশত থাকে। বোম ! ভোলা ! ( চিলিমত হোপা দিয়ে ) তোমাৰ বস্তু কোনে নিন্দা কৰিব পাৰে প্ৰভু !

( বলোৰামৰ প্ৰবেশ )

বলো - পিতাই, আমাৰ মহটো খোৱাৰত দিলে ।

সাতোলা—হেৰৌ কোনে ? কেতিয়া দিলে ?

বলো— গায়নৰ ঘৰৰ মানুহে, কালি দিলে।

সাতোলা— ওঁ— বোলে যেতেকে নাতে তেতেকে ফাটে। এতিয়া মই ক'ত পাওঁগৈ তুমহা আটে মহা রূপ। কটা বান্দৰ, তোক মই সদায় কওঁ নহয় বোলো মইটো পুৰা গধূলা এবাৰ চাবি, নাকসাৰ তল পাবে। নাই সি কেলৈ শুনিব, সি যাব গোন্ধতেল লগাই পদূলি সুঙিবলৈ। মৰিবি একা বাপেৰে! তোৰ মই গতিটো বেয়া দেখিছোঁ। বোলে "মৰে উকলি পুঙা, মৰে পদূলী সুঙা।" যা এতিয়া— কেনেকৈ খালাচ কৰগৈ।

বলো— মই ক'ৰ পৰা পইচা পাওঁ।

সাতোলা—গোন্ধতেল কিনিবলৈ কৰ পৰা পাৱ?

বলো— কেতিয়ানো গোন্ধতেল কিনা দেখিলি?

সাতোলা— নাই, চিকাফুৰা চিকাফুলা গোন্ধত গুচৰ চাপিব নোৱাৰি— কটা চোৰ।

( পীতৰামৰ প্ৰবেশ )

পীতৰাম— বৰপিতাই কি হল ঐ?

সাতোলা— এ, নকবি বোপাই— এই গায়নৰ ঘৰৰ মানুহে মোৰ মঙহ চপৰা খালে। মহটো বোলে খোৱাৰত দিলে।

পীত--- কিয় বলোয়ে দেখোন কৈছিল--- বোলে গায়নৰ ঘৰৰ গৰুজনায়েহে তহঁতৰ বঠিয়া খাইছিল।

বলো--- এঃ এইটো নাজানেও, নুশুনেও এনেয়ে ওপৰে ওপৰে কথা কয়।

পীত— নহয়, তই কোৱা কথাটোহে কৈছোঁ। সেই কলী গৰুজনীৰ কথা!

সাতোলা— সিহঁতৰ ঘৰৰ কলী গৰুজনীৰ উৎপাত দিনে নিশাই কিমান সহিব লাগিছোঁ, তইঁতেতো জানই। গাওঁ গোটেইখন সেই একেজনী গৰুৰেই ছাঁলি জাৰি থাকে! [বলোক] যা এতিয়া মোৰ লাখুটিডাল আনগৈ কটা! কুকুৰৰ জাত!

[বলোৰ প্ৰস্থান]

পীত— বলো কাইৰো দস্তুৰ সিমান ভাল নহয়, ৰৰপিতাই, এটা মহ, তাকে আগুৰি পিগুৰি ৰাখিব নোৱাৰে।

সাতোলা— চাইহে আছোঁ বাপেকে: কোনোবা দিনা কাঁই উঠৰ — ঘৰ দুৱাৰ, মাটি-বাৰী, সোপাকে জিলাতগৈ ছোৱালীজনীৰ নামে ৰেপট্ কৰি দিম গৈ!

পীত— নহয়, ৰৰপিতাই! এনেকুৱা কাম কৰিলে তোকেহে ৰাইজে গৰিহণা দিব।

সাতোলা— কি গৰিহণা দিব অ'— কাৰ খাইছো?

(লাখুটিলৈ বলোৰ প্ৰবেশ) হাল এপাক ভালকৈ বাব নেজানে---ডাওৰী এটা বান্ধিব নেজানে, কঠিয়া এডাল গোজা মাৰিব নেজানে। কাম এখন কৰিবলৈ দিলে হেলেক নেচা—হৈ নেচা, লেজুত

ধৰি বল নিদিয়া। (লাখুটি হাতত লৈ) চকু দুটাৰে ঘোপাকৈ কি চাইছ? চক ঘুকুটিয়াই আনিম বাপেৰে।

পীত—নাই নাই বৰ পিতাই (পীতৰামে ধৰে)

সাতোলা—ই মোক তিতা লগাইছে অ' (বেগেৰে প্ৰস্থান)

বলো—তই কিবা লগালিনেকি ঔ?

পীত—মই কি লগালো, মই নধৰা হলে তোক দেখোন এতিয়াই সাঙেই কৰিলেহেঁতেন।

বলো—এৰা দে; বাৰু বহ।

পীত—গায়ন বৰায়ো এইটো বেয়া কাম কৰিছে।

বলো—চাচোন পীতৰাম, মোৰ গাত কি দোষ? এইডালে ভাং খাইলৈ মোক মাৰিবলৈ 'চাচো' মাৰি আহে।

পীত—দে-দে, বুঢ়া মানুহ; বাপেৰেহে কৈছে দেও, চাওঁ বিৰি এডাল খুৱা!

বলো—বিৰি নাই অ' ভাই।

পীত—বাৰু নেলাগে দে। পিছে সিক্কালৰ খবৰ কি? কিবা সুবিধা কৰিব পাৰিছেনে?

বলো—নাই ভাই, কোনো ৰকমেই খেও খুৱাব পৰা নাই। ওচৰেই নচপা হল ঐ।

পীত—এই, লথোৱে তাইক কিবা খুৱাইছে যেন পাওঁ। কিবা আহুদি-চাহুদি কৰিছেনে কি?

বলো—এৰা অ'—মই তেনে যেন হে পাইছো। ময়ো

এটা কাম কৰো বুলি ভাবিছো দে।

পীত—কি ?

বলোৰাম—এই জাপৰা বেজিনীৰ মন্ত্ৰ কেই আঘাৰত বোলে বৰ গুণ আছে। এখন হেনো তামোল জাৰি দিয়ে, কোনো ৰকমে বোলে, খুৱাব পাৰিলেই, তোমাৰ কুকুৰ হোৱাদি হয়। আৰু বোলে তেল এটোপা জাৰি দিয়ে, তাৰ এটোপামান গাত লগাই দিব পাৰিলেই বোলে বান্ধিও ৰাখিব নোৱাৰা হয়। এইবাৰ আৰু গৈ তাইকে হাতে ভৰিয়ে ধৰিমগৈ।

পীত— এই জাপৰী বেজিনীৰ কথাময়ো শুনিচোঁ। কপিলী পাৰৰ কেবাজন ডেকায়ো তাইৰ মন্ত্ৰৰ বলতেই কেবাজনীও ছোৱালী আনিছে।

বলো— সেয়া, মই কৈছো নহয়! এই বাৰ খেও খাব যেন পাও ভাই। কি কৰ ?

পীত— নিশ্চয় খাব। মোৰো মনো ধৰিছে।

বলো— বিৰি এটা খানা ভাই। (ভিতৰলৈ বিৰি আনিবলৈ যায়)

পীত—(মুখ টীপি হাঁহে) বিৰি নাই বুলিছিলি নহয়--- বাৰু ভাই! (বিৰি আনি দিয়ে) তামোল আৰু তেল যেনিবা জাৰি আনিলিয়েই; পিচে, খুৱাবি কেনেকৈ ?

বলো—ডমিলীৰ হতুৱাই খুৱাম। ডমিলীক দুবটল গোন্ধ

তেল আৰু এখন ফুলাম ইাচতি কিনি আনি আগেয়েই দি থৈছো।

পীত— অ' বাৰু; তেনেহ'লে পাৰিবি ! পিচে সোনকাল কৰাহে ভাল। লথৌয়ে সৰকাইহে লাগে।

বলো—এৰাদে; তই এতিয়া যা। মই জাপৰীৰ তাৰ পৰা আহোঁগৈ। ( পীতৰাম যাব খোজে ) এই পীতৰাম শুনচোন ( হাতত ধৰি ) এইবিলাক কথা ভাই, কেনেবাকৈ যদি লথৌ আৰু কৰিমৰ কাণত পৰিল, মই নিগমে মৰিলো আৰু !

পীত—হেট্টেৰী বলোকাই! মোৰ ডিঙি আগ, তোৰ ডিঙি পাচে। ( প্ৰস্থান )

---

## দ্বিতীয় অঙ্ক

## তৃতীয় দৃশ্য ।

—দেলখোচৰ ঘৰ—

[ নিহাৰে নাদত পানী তুলি থাকে আৰু
দেলখোচ ওচৰতে ৰহি কথা
পাতে আৰু বিৰি
হুপি থাকে । ]

নিহাৰ—ককাইটি, জুৱাখেলি থাকিলেতো আৰু পেট নভৰে । কিবা এটা ৰোজকাৰ লোৱা ।

দেলখোচ— যা যা হেইবিলাক কথা তোৰ দৰ্কাৰ নাই ।

নিহাৰ— এতিয়াতো বাবাজান, মা-জান নাই ; তুমি নিজে কামাই কৰি খাব লাগিব ।

দেলখোচ— নিজে কামাই কৰিয়েইতো খাইছোঁ । তই কামাই কৰি খুৱাইছনে কি ?

নিহাৰ— কথা কলে বেয়া পোৱা কিয় ? মই ভাল কথাহে কৈছোঁ ।

( কলহ বুৰাই যাব খোজে )

দেলখোচ —(স্বগত) আজি এই লৰা ছুটা অহাৰ কথা আছিল, নাহিল দেখোঁন ।

নিহাৰ— ( অলপ বৈ ) কোন ? কৰিমহঁত ! জুৱা খেলিবলৈ ? সেই লৰা দুটাক তুমিয়েই নষ্ট কৰিলা।

দেলখোচ— মই নষ্ট কৰিলো ? মই হিহঁতৰ ভাৱলৈ গৈছোনে হিহঁত মোৰ ইযালে আহিছে ?

নিহাৰ—যেই হওক, তোমালোক বেয়া হৈছা।

দেলখোচ—জুৱা খেলাটোনো কি বৰ বেয়া কামটো—

নিহাৰ—দুনিয়াই বেয়া বোলে। নিজৰ পেট নচলে, ইহঁতে আকৌ জুৱা খেলে। কৰিমহঁতৰ অৱস্থা ভাল, কৰিম নিজেও ভাল লৰা। তুমিহে নষ্ট কৰিছা।

দেলখোচ—বেচ কৰিছোঁ। যা-যা, ভিতৰত যা। নিজৰ কাম দেখ। বোলে "চেখ আপনা মতলব দেখ।" [ নিহাৰৰ প্ৰস্থান ] কত ডাঙৰ মানুহে জুৱা খেলিব লাগিছে তাৰ ইয়ত্বা নাই, আমিনো কেইপইচাৰ জুৱা খেলিছোঁ। হাজাৰ হাজাৰ টকাৰ একোটা জুৱা খেলোৱাৰ আছে।

[ কৰিম আৰু লথৌৰ প্ৰবেশ ]

লথৌ--আদব মুঞ্চা চাহাব।

দেলখোচ—আদব, আদব।

কৰিম—আচ—চালামু আলেইকুম।

দেলখোচ—ওৱা—আলেইকুম চালাম। আহা, আহা, বহা ভাই। [ পাটি পাৰি দিয়ে ] এই কইম্! চাহ বহাই দে। অলপ নাস্তাভি বনাবি।

লথৌ— এতিয়া আহোঁতে হাটখোলাত তুজনী মণিপুৰী দেখি আহিলো। নাচ-তাচ কিবা হৈছেনে কি ?

কৰিম – এইবিলাক হৰ্দ্দম বছৰি আহে। নাচ ক'ত হৈছে ?

দেলখোচ—নাচ হোৱা নাই, কালিলৈহে হব। তাঁহাত আজি আহি পাইছেহি হে।

লথৌ—তেন্তে কালিলৈ অহা যাব। এতিয়া লাগি যাওঁ দিয়া।

দেল— এৰা, বিস্মিল্লা বুলি লাগি যোৱা যাওক।

[তিনিতাচ জুৱা মাৰে; কিছুসময় খেলাৰ পিচত দেলখোচ হাৰে, টকা দিব নোৱাৰা হয়]

কৰিম... দিয়া টকা বাহিৰ কৰা।

দেলখোচ— বাৰু বাৰু মাৰাচোন।

লথৌ— নাই নাই টকা উলিওৱা।

দেলখোচ— আৰে মাৰানা। টকাৰ নিমিত্তে কি আছে!

কৰিম— নাই, হেই বিলাক বাকীৰ কাৰবাৰ নাই। কালিৰ কথা অলপ দৰিয়প কৰি দেখা। পাচ টকাৰ বিশ্বাস নকৰিলা ভাই।

দেলখোচ— আৰে ভাই টকাতো ভিতৰতেই আছে, আনি দিলেই হল। মাৰা না!

লথৌ— বাৰু দিয়া; আগলৈ হলে মনত ৰাখিবা। লোককো এইদৰে বিশ্বাস কৰিব লাগে।

( আকৌ তাচ মাৰে আৰু দেলখোচ পুনৰ হাৰে )

কৰিম—দিয়া এই বাৰটকা হল, বাহিৰ কৰা ।

দেলখোচ আল্লা । মাৰানা । বাৰটেকাতো হৈছেই ।

লথৌ—এইবিলাক কথা ভাল নহয় ।

( খেলে । দেলখোচ আকৌ হাৰে )

এই পোন্ধৰ টকা হল । টকা উলিওৱা ভাই ।

দেলখোচ—উঃ বিশ্বাস কৰা না ভাই. দিম বুলিছোঁ দিম. এক জবান ।

কৰিম—মিজাজ গৰম হৈ গৈছে মুন্সী চাহাব । কৈ দিছো আচ্ছা মাৰা ( আকৌ খেলে )

দেলখোচ—অ' তোমালোকৰ এই ৰকম কাৰবাৰ । খেলৰ মাজত টিপিয়া-টিপি কিহৰ ? হেই ৰকম বেইমানী খেল নেখেলো ।

কৰিম—দূৰ বে । ক'ত টিপিয়া-টিপি কৰিলোহে, খেলটো তোমাৰ চাম্‌নেই হৈছে । আল্লাই জানে ভাই ।

দেলখোচ—হেই ৰকম বে-বে বুলি কথা নকবাহে । বেয়া হব ।

লথৌ—কি কৰিবাহে কি কৰিবা—যাৰ নাম লথৌ কৰিম । বনৰ বাঘে ডৰায় । তুমি এটা কোন কুটা !

কৰিম—টকা দিব লাগে বুলি বেইমানী । চমান হৈ যাবি ।

দেলখোচ—হয় নেকি ? কষ্টম ! কষ্টম ! ( কষ্টমৰ চাহ লৈ প্ৰবেশ ) আৰে ৰাখিদে তোৰ চাহ । ধৰ লাঠি ।

[চাহ পৰি যায়। দেলখোচে লথৌক মাৰিবলৈ যায়, কৰিমে দেলখোচক মাৰিবলৈ টাঙোন ডাঙোঁতেই নিহাৰ টাঙোনৰ আগত ঠিয় হয়।]

নিহাৰ—ছিঃ এইবিলাক কি ? টকাৰ কাৰণে জুৱা খেলিছা ইঁকতো ! এই নিয়া। ( হাতৰ আৰু ডিঙিৰ খাৰু মণি সোলোকাই দিয়ে ) ইয়াৰে যি পোৱা বেচি কিনি লোৱাগৈ আৰু জুৱা খেলিবলৈ ইয়ালৈ নাহিবা। টকাৰ কাৰণে মানুহ ইমান তললৈ নানামে ; আহঁা ককাইটি ( দেলখোচক টানিলৈ প্ৰস্থান )

কৰিম—ভাই লথৌ, কাণত ধৰি তৌবা কৰিছো, আজিৰ পৰা আৰু জুৱা নেখেলো। কচ্ছম খোদা।

লথো—এৰা ভাই, ময়ো কাণত ধৰি শপত খাইছো। জুৱা আৰু নেখেলো। ছোৱালী জনীয়ে গাজত লগা কথা কেইটা কলে। বৰ হুচিয়াৰ ছোৱালী দে। দেখিবলৈকো ফেন্সি ভাই।

কৰিম—ঘেট, বহ। ( মণিখাৰু বুটলি লৈ কয় ) দেলখোচ, দেলখোচ তোমাৰ মণি খাৰু লৈ যোৱা ভাই। এইয়া ইয়াতে থলো। ব,ল লথৌ (ভুখোজ মান গৈ) লথৌ, বহুত জাগাত বদমাচী কৰি মাৰা মাৰি কৰিলো, নিজেও কত জেগাত মাৰ খালো;

কিন্তু কতো এনে ভাবে দমি যোৱা নাই।
এক এহাৰ মাত মাতিব নোৱাৰিলো। ছোৱালী
জনীয়ে আমাক ছোট নজৰ বুলি কলে।
একদম ঠাণ্ডা বনাই দিলে ভাই।

লথো—ব'ল ব'ল পলম হল।

কৰিম—এৰা, লোকৰ জমিনত থকা ভাল নহয় (প্ৰস্থান)

---

## দ্বিতীয় অঙ্ক।

## চতুৰ্থ দৃশ্য।

আলিবাট

( বগীৰামৰ প্ৰবেশ )

বগীৰাম—মাউৰে মৰা এই দমৰা গৰুটোৰ পৰা মোৰ সুখ নাই। আৰু তাঁতি ভাঙিব তাৰ চকোৰা ভাঙিব, কঠিয়া খাব। এইবাৰ ধৰিব পাৰিলে মৈমনচিঙিয়াক বেচিম বাপেকে। সিহঁতেহে তাক গড় লগাব পাৰিব।

( ওৱাহেদ আলিৰ প্ৰবেশ )

ওৱাহেদ— কিহে ভাই চাহাব !

বগীৰাম— নকবা ককাই ! মোৰ ক'লা দমৰাটো বিচাৰি আজি দুদিন হাবাথুৰি খাই ফুৰিছোঁ। দেখিলানে কৰবাত ?

ওৱাহেদ— কালি "আচৰৰ" নামাজৰ সময়ত আমাৰ মছজিদ ঘৰৰ ওচৰতে দেখিছিলো, বাৰু এতিয়াও তাতে আছে যদি মই খবৰ পঠিয়াম। তুমি এতিয়া ঘোৰাগৈ। নহলে লথৌকে এবাৰ পঠিয়াই দিবা।

ৰগীৰাম— সি জানো বাঘেমৰা ঘৰতে থাকে ? গৰু-গাই এটা চৰাবলৈ নাযায় । কেতিয়াবা গলেও গছৰ তলত তলৌগুটি খেলি বহি থাকে । ফাকিফুকা কৰি স্কুলটোও এৰিলে, এতিয়া সেয়া, লগৰ লৰাই পঢ়িবই লাগিছে । নপঢ়িলি বাৰু নাই, হেৰৌ ঘৰৰ কাম বনকে কৰ, কুটা এগছকে দুডোখৰ নকৰে । হাতত— কিবা কিবা সেই ডাল তোমাৰ—

ওৱাহেদ— গুলটি ।

ৰগীৰাম— অ,— সেইডাল লৈয়েই তোমাৰ ঘূৰি ফুৰিব ।

ওৱাহেদ— এৰাহে, আমাৰ হেইটোও নহয় — ৰব কমিনা । কাম নাই বন নাই দুয়োটা লগ লাগি খালি ঘূৰিতেই থাকিব । আৰু দুয়োটা লগ লাগিলে তাহাঁতৰ কথা কি ছুনিবা । তোমাৰ জমিন আচমান বনাব, আৰু আচমান জমিন বনাব । বুজিছা ভাই চাহাব, খোদাৰ ওচৰত কিবা গুণাহ কৰিছিলো তাৰ নিমিত্তেই এই কু চন্তান ।

ৰগীৰাম— নকবা আৰু ককাই, সিইঁতেই ভাল হওক বুলি জিলাটো খলো ; অ' লেখা পঢ়া শিকক চাৰি— আৰু কিছুমান চুলুঙাণীহে শিকি আহিল ।

ওৱাহেদ— জিলাতনো তোমাৰ থাকিল কেই দিন ? জিলাও বেৰাই হল আৰু, বচ , আহি ঘৰ পালেহি ।

বগীৰাম— সেয়া সিহঁতৰ লগৰ লৰাই এই স্কুলত পঢ়িয়েই এটাই বোলে পিয়ন কাম কৰিছে আৰু দুই তিনি-টাই বোলে চিপাহীত সোমাইছে। আমাৰ এওঁলোকৰ খালি, মৰামৰী, টঙনাটঙনী। আৰু যেনিয়েই যাবা- সি তৰ বদনামহে শুনিবা। নিজৰ দোষত নিজে মৰিব। গুৰ কচু গুলৈ যাব।

ওৱাহেদ— অঁ- বোলে- "আপোন দোচে মৰে বিৰাটৈৰ ভাই, ফাট দিয়া ভানুমতী পাতালে লুকাই।'

( পীতৰামৰ প্ৰবেশ )

পীতৰাম— দেদাই! কি যোজোনা মাৰিলি ঐ সেইটো?

ওৱাহেদ— কিয়- তহঁতৰ চাস্ত্ৰতেই আছে দেখোন! বোলে "আপোন দোচে মৰে বিৰাটৈৰ ভাই, ফাট দিয়া ভানুমতী পাতালে লুকাই।"

পীতৰাম— ( হাঁহি ) ৰাক "আপোন দোষত মৰে বিৰাটৰ ভাই,,— এইটো বুজিলো। কিন্তু ফাট দিয়া ভানুমতী পাতালে লুকাই— এইটো কৰ পৰা আনিলি? আকৌ ভানুমতীটোনো কি?

ওৱাহেদ— ( হাঁহি-বগীৰামৰ মুখলৈ চাই ) দেখিলা ভাই চাহাব, আজি-কালিৰ লৰা— ভানুমতী মানে নেজানে আৰে, জমিন।

পীত- ইস্‌ৰাম, দেদাই! ভানুমতী মানে জমিন নহয়নে? কমনো অৰ্থ ভাঙিলি নে?

বগীৰাম— দেখা, কালি চেৱালে পৰহীৰ গীত পাম।

সংসাৰ গুচিল দিয়া। ডাঙৰে কথা কলে- তাত আহি পইচি ধৰে। কটা, কুকুৰ! নগলিনে ইয়াৰ পৰা।

( মুখ বিদৰাই পীতৰামৰ প্ৰস্থান )

ওৱাহেদ— কৰবাৰ নবচা ধানৰ কঠিয়াহে এইচব। আমাৰ কৰিম আৰু লথৌৱে এইৰকম গাঁৱৰ মানুহৰ লগত ইয়াৰ্কী নকৰে। এই বদ্‌গুণ হিহঁতৰ নাই। এই নিমিত্তে মই হিহঁতক প্ৰচংচা কৰো।

ৰগীৰাম— এৰা দিয়া! গাঁৱৰ মানুহক সিহঁতে পেংলাই নকৰে। বাৰু, বহুত বেলি হল। গৰুটোলৈ অলপ খিয়াল ৰাখিবা।

ওৱাহেদ— বাৰু ?

( দুয়োৰে দুফালে প্ৰস্থান )

( দূৰৈত বলোৱে ম'হৰ পিঠিত উঠি সুৰ লগাই গায় )

বলো— "শুনা শুনা প্ৰাণেশ্বৰী, মোহোৰ বচন,
নিশ্চয়ে তোমাক লাগি তেজিবো জীৱন।"

( কৰিমৰ প্ৰবেশ )

কৰিম— ( দূৰলৈ চাই ) কোন অ' হেইটো, বলোৰাম নে ? হেৰৌ! কি বিলাপ মাৰিছ। চাওঁ এইফালে আহচোন।

নেপথ্যত বলো— নাই অ'। মই ম'হ এৰি যাব নোৱাৰো।

কৰিম— আবে আহচোন আহ। হুনি যা।

নেপথ্যত বলো— নাই নোৱাৰোঁ।

কৰিম— আৰে হুনি যা। মই যাব লাগিব নে কি ?

[ বলোৰ প্ৰবেশ ]

বলো— কি ?

কৰিম— পিছে হিদিনা ভাওনা ঘৰত লথৌৰ হাতৰ থাপৰ কেইটা কি ৰকম লাগিল ? লোকৰ যোৱান ছোৱালী, হুমনীয়াৰ লগত ভাওনা চাবলৈ ঘাণ্ডতে ৰাস্তাত ধৰি হেইৰকম বে-ইজ্জতি কৰিবি ? চালা-চৰম নেলাগে। হেমাইৰবীৰ চেঙেৰাহঁতৰ লগ লাগিছিলি নহয়— ? ক'তা— বাপেৰহঁতে দেখোন ৰাখিব নোৱাৰিলে। লথৌ কৰিমতো বহিয়েই থাকিল, অকল কুপচিঙেই দেখোন ঠাণ্ডা বনাই দিলে। ডমিলীৰ হাতত জৰা তামোল পঠিয়াইছিলি ? চুবিধা নহল নহয়। আজি আকৌ গুইমাৰীৰ ভাওনালৈ যাবিনে কি ?

বলো—সেইবিলাক মই কেতিয়া কৰিছিলো ? মিছাকৈয়ে মানুহে উলিয়াইছে। তোক বাৰু কোনে কৈছে কছোন ?

কৰিম—ইহ্ চালা—এতিয়া কথাই কব নেজানে। মিছা নহয় ? বিহুৰ দিনা যে ভেদেউক টানি নিবলৈ পকাই ফুৰিছিলা, হেইটোও মিছানে ? বিহুতলিলৈ কৰিম নাযায় বুলি ভাবিছিলা ?

বলো— চাওঁ মই যাও ম'ত্ত এৰি দি আহিছোঁ। কাবোবাৰ

ধাননীত লাগিবগৈ। [ যাবখোজে ]

কৰিম—[ আগভেটি ] মহ ধাননীত লাগিল মোৰ কি হল হ’ বলো—তোকনো এইবিলাক কথা কোনে কৈছে অ’ ?

কৰিম—আৰে পীতৰাম বাপেৰে কৈছে। চালা-ভাঙৰীৰ লৰা। গুইমাৰীৰ ভাওনালৈ গৈ আকৌ কিবা কৰিবি বুলি “মছলৎ” কৰিছনেকি ? এই বাৰ বাপেৰে ভেদেউৰ হতুৱাই চৰাম। যা এতিয়া। বেইমান—

বলো—[ ভোৰ ভোৰাই কৈ যায় ] বাক পীতৰামক মই ইয়াৰ হোৰ তুলিম নহয়। মোৰ পৰা কথা উলিয়াই লয়।

কৰিম-[ বলোলৈ চাই ] আই চালা—কৰিমে হাত দিব লাগিলে হাৰ্দ্দি গুৰা হৈ যাব। কি ভোৰ ভোৰাই দেখুৱাইছ !

[ লথৌৰ প্ৰবেশ। হাতত ৰচিলগোৰা ক’লা কচু এডাল ]

লথৌ—কি হল ঔ ? সেইটো কোন ?

কৰিম— বলো।

লথৌ—থপৰিয়ালি নেকি ?

কৰিম—নাই। অ’ হেইটো কোনোবা এটা আহিছে। চাঁও। কচুডাল মোক দে

[ কচুডাল মাটিত থৈ দুইটাই বহি থাকে এনেতে এটা মানুহৰ প্ৰবেশ। কৰিমে ৰচিডাল টানি দিয়ে। মানুহটোৱে সাপ-বুলি ভয় খাই চিঞৰি উঠে। লথৌ আৰু কৰিমে হাঁহে ]

১ম মানুহ—কিয় এনেকৈ মানুহক ভয় খুৱাই মৰইত অ'।

কৰিম—মই নহয় দিয়া। ( লথৌক দেখুৱাই ) ইহে।

লথৌ—( হাহিঁ ) বাক, কলৈ যাবানো ? খোজৰ কোব দেখোন বলী দেখিছোঁ।

১ম মানুহ—এই হাট খোলাতে মণিপুৰী নাচ হৈছে বোলে তাকে চাবলৈ যাওঁ।

কৰিম—অ' মানুহ হুচিয়াৰ।

লথৌ—পিচে ঘৰনো ক'ত ?

১ম মানুহ—ঘৰ আমাৰ হেকোদাংবৰীত।

লথৌ—হয় দিয়া, নামটি একা।

১ম মানুহ—গেঞ্জিদাং কচ দিয়া।

কৰিম—ল। আবে নাম হুনিয়াত আক নেপালি ?

লথৌ—( হাঁহি ) গেঞ্জিদাং কচ নহযনে ? ( হুয়ো হাঁহে )

১ম মানুহ—কৰ অ' এই কেইটা। বাটৰ মানুহক জোকাই লয়।

কৰিম—আৰে, আমি গেঞ্জিদাং কচৰ জোৱায়েক।

১ম মানুহ—ঐ! গলধনটোত টিপামাৰি ধৰি পেটত এজনীহে গোৰ সোধাম, গাৰ গোসানীয়ে কেনি ফাহিঁ চিটিকিব, তাৰ নিস্তাৰ নহব।

লথৌ—হেবৌ কেতিয়া হেঁ। ( হাতত ধৰে )

কৰিম—মাৰ চালা। ( হুই এটা থাপৰ মাৰে )

১ম মানুহ—দেখা দেখা, বিনা অগৰত বাটৰ মানুহ ধৰি

কিলায় (লৰ মাৰে)

(২য় মানুহৰ প্ৰবেশ)

লখৌ— মণিপুৰী নাচ চাবলৈ যোৱানে কিহে ককাই ?

২য় মানুহ— হয় দ্যা বাপা, এই ৰাস্তাই দিয়েই যাবা লাগে নহয় ?

কৰিম— অ' পৰগণীয়া। [লখৌৰে মূৰ দুপিয়াই চাঁহে]

লখৌ— ক'ৰপেইনো আহিছৱা ?

২য় মানুহ— আমি ইয়াৰ মানুহ নহয় দা।

লখৌ--- সেঁতো আৰু কবাই নালগে। মাত শুনিকি ধৈছেঁ। পইচানো কিমান আনিছৱা ?

২য় মানুহ— পইচা ক্যা এ, তঁঠক লাগি ? ভিঠিমুৰাইত, খাবা আহিছৱা ?

লখৌ— এই সেনকে বেচি ফুটনি মাৰা কথা নকৰিবি দেই। বেণ্টে দিম।

২য় মানুহ—কি বেণ্টেবি এই, বহুত দেইখছোঁ দে। (প্ৰস্থান)

(৩য় মানুহৰ প্ৰ:বেশ)

লখৌ— এই পাতলৈ চাহ ঔ, চকু পিন্ধি আহিছে।

কৰিম— অ' ভাটি ফালৰ মানুহ।

লখৌ— হেৰা বাবু! আপুনি! কেন? গাৱৰ মধ্যে!

[৩য় মানুহৰ প্ৰস্থান]

কৰিম— এই মানুহ বিলাকৰ আচল ঘৰ ক'ত অ' ?

লখৌ— ভাটিত।

কৰিম— হ্যাও, ভাটিৰ পৰা আহি এইখিনি ওলাইছেহি!
টিঙনিয়াম নে কিঅ' ইয়াক ?

লখো—নেলাগে দে, যাওঁ বল দেৰি হল।

[ প্ৰস্থান ]

[ পটপৰিবৰ্ত্তন ]

[ মণিপুৰী নাচ হয়। বহুত মানুহে নাচ চাই থাকে। দোকান পোহাৰো বহে। কিছু সময়ৰ পিচত কৰিম আৰু লখোৰ প্ৰৱেশ। লখো, কৰিমে বাহাৰ দিয়ে। তাৰ পিচত আগত থকা মানুহ টোৰ দুই তিনি বাৰ চুলি টানি লুকায়। আৰু শেষত তাৰ পাগুৰীটো সোলোকাই দিওঁতে ধৰা পৰে ]

২য় মানুহ—এই পুত খা বাঘে মৰাইত। আৰুলিয়াই মাৰিব জনা নাই ! নাচ চাবা আইচাহ না, গুণ্ডামি কৰবা আইছাহ, এই !

লখো—আকেই পাত পানপেটিয়া চৰতে কৰাত বাই চিটকি পইৰবি।

ওস্তাদ— আপোনালোক বইট যোৱা। গোলমাল মত কৰিবা। বৈট যোৱা ! বৈট যোৱা।

২য় মানুহ— হাৱ চৱছো, অস্তাদ বাবু, এন্‌কে চিমটি থাকলেনো কাৰ খং মুইথ্‌ব ? তাকে ক'লি আলটি মোকহে মাইৰবা খোজে ।

কৰিম—দূৰবে পৰগণীয়া, ফক্ ফক্ কৰ । ( মানুহটোক টানি বাহিৰ কৰি তাৰ ঠাইত সিহঁত বহে নাচ চলি থাকে । কিছু সময় বহাৰ পাচত কৰিমে লথৌক, ৰূপচিং আৰু পীতৰামক এফলীয়াকৈ মাতি আনি কয় )

কৰিম—লথৌ, এই লথৌ, এইপিনে আহচোন, ঐ পীতৰাম, ৰূপচিং, শুনচোন ।

লথৌ—কি হল ঔ ?

কৰিম—গুঁইমাবীৰ ভাওনালৈ আমি যাবই লাগিব । ভেদেউইঁত গৈছে । পীতৰামে কৈছে আজি বোলে আকৌ ভেদেউক বলোৰামে ভাওনা ঘৰতে ধৰিব পাৰে । যাওঁ ওলা, ৰূপচিঙো ওলা ।

লথৌ—ৰূপচিঙো যাব নে কি ?

কৰিম—ওঁ বে, আমি অলপ হুচিয়াৰে যাব লাগিব । মনত নাই, তেজবছৰ বিহুত যে মাৰিছিলো···· তেতিয়াৰে পৰা গুইমাবীৰ চেঙেৰা বিলাকৰ আমাৰ ওপৰত এটা নজঁৰ আছে । আজি আকৌ এই বলোৰামো হিঁহতৰ লগ লাগিছে । ব'ল দেৰি নকৰিবি ।

ৰূপচিং—চঃ, যাবাই লাগে আৰু। ইয়ে ঘৰকে এবাৰ যাংনে কি?

পীতৰাম—কিয় ?

ৰূপচিং—এৰা, অলপ খায়েই ললং হয়।

কৰিম—কি ? লাওপানী ? নেলাগে দে, বল।

প্ৰস্থান



## দ্বিতীয় অঙ্ক

## পঞ্চম দৃশ্য।

— সাতোলাৰ ঘৰ—

[ বলোৰামে বহি পঘা বতি থাকে ]

বলো— উঃ এই খেকাৰখাতী হেৰিয়াৰ জীয়েকৰ জগত মোৰ ইমান লখু লাঞ্ছনা, ভাওনাত অত ৰাইজৰ আগত লথোৰে মোক যি কেইটা চৰ মাৰিলে, মই— মৰি যোৱা হলেই ভাল আছিল। তেওঁ যে গাৱৰ গাভৰু ছোৱালী কেইজনীৰ আগত মোৰ এনে অৱস্থা হল আক। ( অলপ ভাবে )

নেপথ্যত সাতোলা—হেৰ বাপাই, পঘা বতিছনে ?

বলো— ( ভোৰ ভোৰাই ) বহ এথোন পঘা !

নেঃ সাতোলা—হেৰৌ কি বহ ?

বলো— বোলো বতিয়েই আছো দেখোন, হোৱা নাই এতিয়া কি কৰিম ? ( আকৌ পঘা বতে ) সকলো কথাৰ গুৰি এই কুন্ধচীয়া পীতৰাম ! ই হল আচল ভীবিষণ। মোৰ পৰা কুহুলিয়াই কুহুলিয়াই কথাখিনি উলিয়াই লৈ এই পানী হেৰামী কৰিম টোৰ আগত কৈ দিয়েগৈ। তেই ইয়ালৈ আহিৰি

বাপেৰে ! ম'হৰ চালৰ ফানতীৰে তোৰ গালমুখ একেবাৰে মেটুৰা মেটুৰী কৰি দিম ।

নেপথ্যত সাতোলা— হেৰ হল যদি লৈ আহ । পথা এগছ বতোতেই দেখোন বেলি লুটি খাবগৈ ।

বলো— নিছো বহ । ( খৰকৈ পথা বতে ) তেওঁ বুলি ভেদেউৰ আশা মই সতকাই নেৰিছোঁ । মাছ ধৰিব নোৱাৰিলেও বিলকে ঘোদা কৰিম । যি আছে কপালত ! এৰা— জাপৰী বেজিনীৰ ঔষধ বিফলে যোৱা শুনা নাই । আচল কথা এতিয়াহে বুজিলো; পীতৰামে মোৰ পৰা কথাটো লৈ লখৌৰ আগত কলেগৈ. লখৌৱে গৈ ভেদেউক কলে, সেইহে তাই দমিলীয়ে দিয়া তামোলখন গচকি আৰু তেলৰ বটলটো থাপমাৰি আনি ভাঙি পেলালে ।

নেঃ সাতোলা— বাপাই !

বলো— কি ?

নেঃ সাতোলা— হলনে নাই ?

বলো— হৈছে বহ ! ইমান চেলাক— ই, পীতৰাম । ৰাক ভাই, এইবাৰ আৰু কাকো সঁজাত কৰা নেযায় । গাৰ নোমেই শতুৰু । এইবাৰ জাপৰীয়ে ৰিটো দৰৱৰ কথা কৈছে— ৰদি পাওঁ. কাকো সগায় নেলাগে । চাৰি আলিৰ হ'টৰ দিনা জিলাব পৰা

যিটো ঢেকেয়া বেপাৰী আছি বহেছি, সিয়েই বোলে কাম সেন্দুৰ আনে । যিমানেই দাম হক বাপেকে! আনিমেই আনিম । জাপৰীয়ে তাত কেবল অলপ মন্ত্র কৰি দিব ।

নেঃ সাতোলা—হেৰৌ তই কি কৰিছ ? পঘা বতিছনে-নাই কাৰবাৰ লগত কথাহে পাতিছ ?

বলো—ক'তনো কথা পতা শুনিলি ? নিছো ।

( পীতৰামৰ প্রবেশ )

পীতৰাম—বলোকাই কি কৰিছ ? [ মিহিকৈ মাতে ]

বলো—অ' পীতৰাম ! ( পীতৰামলৈ একে থৰে চাই আৰু হাতেৰে খেপিয়াই ওচৰত থকা মৰাপাটৰ গুণ লগোৱা বাইঁডাল হাতত লৈ ) কটা, লথো কৰিমৰ চুৱা খোৱা ! তোৰ আজি মই কলদিণ চিঙিহে এৰিম ।

নেঃ সাতোলা—হেৰৌ, কিহে পালে বাপাই ? অ' বোলো—[ প্রবেশ কৰি ] দেখা, দেখা, দেখা । হেৰৌ নাহিলিনে ঘূৰি । মৰে কেনেকৈ চোৰা এতিয়া । ৰ, বাপেৰে ! তোৰ আজি গাৰ বাপুৰাম ৰাহিৰ কৰিম ।

[ প্রস্থান ]

---

## তৃতীয় অঙ্ক।

### প্ৰথম দৃশ্য।

[ মোলান দেউৰীৰ ঘৰ— নাম গাই গাই ভেদেৰে চোতাল সাৰি থাকে ]

ভেদেউ— "ৰামচন্দ্ৰ সকু বুলি, এ হবে জগতে হাঁহিলে ৰামহাতে ধেনু ধৰি, এ হবে মাজতে ভাঙিলে."

( ঠাই সাৰি জাবৰ গোটাই লৈ প্ৰস্থান )

[ বলোৰামৰ প্ৰবেশ ]

বলো— প্ৰভু! তুমিহে জানা ; এটা কোটৰ লগত নগদ পাঁচ মহা কপ ভাঙিছোঁ। চেকাৰলীয়াই ফুটাকড়ি এটাৰ ইফাল সিফাল নকৰিলে। জাপৰীয়ে ছুটা "ফুট, পকা আধলি চাইটা ললে। [ জেপৰ পৰা কাম লেন্দুৰ উলিয়াই ডাঙৰকৈ কপালত এটা ফোট লয় ] প্ৰভু! সৰকাৰা আক [হাতখন টিকনি ডালত মচি, বুকত হাত দি চকু মুদি] মহামায়া কাম সেন্দুৰ! অন্তৰত থিত দিয়া। আজি ক'ত সাৰিবি! জাপৰীৰ কথামতে হ'লে, কোটটো পিন্ধিয়েই য়াকে প্ৰথমে দেখা পায়,

সেয়ে বোলে পাচ লয়। [ অলপ ভাবি ] এতিয়া যদি মাত দিওঁতেই ভেদেউৰ সলনি দেউৰী নিজে আহি ফোট দেখি আমাৰ পাচ লব লাগিল তেনেহলে বিহহে খালো আৰু ! যাৰ নাম কাম সেন্দুৰ এলাপেচা বস্তু নহয়; যাক সৰগৰ অপেশ্বৰীয়েহে পিন্ধে। নাই ফোঁটটো লুকুৱাইহে ৰাখিব লাগিল। [ কপালত হাতদি ফোট টো ঢাকি ধৰে ]

ৰলো— ( লেনিয়াই ) ভেদেউ, অ' ভেদেউ, ঘৰত আছনে ?

নেপথ্যত— আছো, কোন।

বলো— মইহে, মাতটো চিনিব পৰা নাই নে ?

নেপথ্যত— নাই, কোন নো ?

বলো— এই, বলোৰাম।

( ভেদেউৰ প্ৰবেশ )

ভেদেউ— কিয় আহিছ ইয়ালৈ ?

বলো— ( কঁপালৰ পৰা হাত গুচাই ) নাই, এই পিতায়েৰৰ লগত অলপ কথা আছিল ( কপালৰ ফোটটোলৈ চকুৰে ইঙ্গিত কৰে, তাৰ পিচত আঙুলিৰে দেখুৱাই পুলুং পালাং কৰে )

ভেদেউ— বলিয়া মানুহৰ দৰে সেইখন কি কৰিছ ?

ৰলো— এয়া, ( ফোটটোলৈ আঙুলিয়াই ) দেখা নাই, কাম সেন্দুৰৰ ফোট। এইটো; ( হাত বাউল দি মাতে ) পিচে পিচে আহি থাক, সোৰ সোৰকৈ আহি

থাক। (অলপ আগবাঢ়ি গৈ উভতি চাই)
আহ ঔ এইজনী। ধৰ্ম্মৰ বল।

ভেদেউ– বাঢ়নীৰে কোবাম মাৰে, নিলাজৰ সঁচ! পিতাই
অ' পিতাই, পিতাই ঐ!

বলো— (খৰ ধৰকৈ) আহ! আহ!! মন্ত্ৰৰ বল, আহ।
কাম সেন্দুৰৰ বল, আহ। হৰ বিষ্ণু হৰ (ফু মাৰে)
(ভেদেউৰ গাত দূৰৰপৰা দুবাৰমান ফু মাৰে)

ভেদেউ— মুখতে গোৰ মাৰি পঠিয়াম (ভৰি ডাঙে)

বলো— মহাদেউৰ শপত, পাৰ্ব্বতীৰ শপত, কাম সেন্দুৰৰ
বল, যেনেকৈ আছ তেনেকৈয়ে আহ! এই
লৰে চৰে, সাত পুৰুষ নৰকত পৰে!
(অগত্যা বলোৱে যাওঁ নেযাওঁকৈ ইফালে সিফালে
চাই ঘনাই মানুহ মতা দেখি দৌৰ মাৰে আৰু
গৈ থাকোঁতে ফোটটো মচি কয়) ধেৎটেৰী,
এইবিলাক চব মিছা (প্ৰস্থান)

ভেদেউ— ভণ্ডুৱাৰ লৰা, আজি পিতাই ঘৰত থকাহলে
চৰ খালিহেঁতেন। উঃ কটা, এনে নিধক মানুহ
মুখত থুৱালো, লথোৱে অত ৰাইজৰ আগত চৰিয়ালে
তেওঁ লাজ নাই। (প্ৰস্থান)

—

## তৃতীয় অঙ্ক।

## দ্বিতীয় দৃশ্য

[গাৱলীয়া বাট, হাতত বৰশীৰ চিপ লৈ লথোৰ প্ৰৱেশ]

লথো— ইনো ইমান পৰ কি কৰিছে। ইফালে বেলি পৰি যায়। (কৰিমৰ প্ৰৱেশ)

লথো— কিনো কৰিছিলি অ'।

কৰিম— ৰ'না বাবাজান বাহিৰতে বহি আছে। কেনেকৈ আহোঁ অ'।

লথো— তোৰ বাবাজানৰ খজা বন্দুকটো আনিব নোৱাৰিলি ?

কৰিম— না ভাই, কেনেবাকৈ গম পালে একদম মোক মাৰি হজম কৰি দিব।

লথো— (দূৰলৈ দেখুৱাই) এই গছ জোপাত ভাটৌ পোৱালী আছে হ'বলা অ'।

কৰিম— হঁা ঠিক ধৰিছ। পাৰো দে, তই উঠ [দূৰলৈ চাই] সোৱা, ভেদেউ এই পিনে পানী নিবলৈ আহিছে। তই গছত উঠ। মই সেই খিনিতে লুকাই থাকোঁ। পানী বুৰাই উভতি আহিলে তাইক ভয় খুৱাম। (লুকাই) [নাম গাই গাই ভেদেউৰ প্ৰৱেশ]

ভেদেউ— "আকাশত বনালে অ' গোলেশ্বৰ
ককচন কুকুৰা অ' গোলেশ্বৰ
কাহিলি কাহিলি দেখে গোলেশ্বৰ
তোমাৰে আমাৰে নাই ভিন-পৰ
মোৰ অতি মৰমৰ" [ প্ৰস্থান ]

[ কৰিম ওলাই আহে ]

লথৌ— [ গছৰ ওপৰৰ পৰা ] কৰিম, এই কৰিম, সাপ ঔ।

[ কৰিমে ওপৰলৈ চাই ]

কৰিম— আ, কি হাপ ঔ? নাম, নাম, নাম! গছৰ পৰা নামি আহ।

[ লথৌ নামি আহে ]

লথৌ —চকৰি ফেটী যেন পাইছোঁ।

কৰিম —[ কৰ্ম্মুটি বিচাৰে ] বেয়া মানুহৰ হাতত পৰিছ নহয় আজি।

লথৌ— ঐ খোৰোঙত সোমালেই ঔ!

কৰিম— হোমাল নে কি? [ ভিতৰলৈ দেখুৱাই ] হেই ছুটা চিনি পাইছনে?

লথৌ- ক'ত অ'!

কৰিম— হেই ছুটা। নদীৰ ফাললৈ যে গৈছেগৈ। দেখিছনে নাই নে?

লথৌ— দেখিছোঁ। কোননো সেই ছুটা?

কৰিম— কাবুলী হ'। যোৱা বছৰ যে জাৰকালি ছুটাই

দুটা হুলভাৰ লৈছিলো।

লথৌ— কি শূলভাৰ ঔ! হে'ৰ কেতিয়া ?

কৰিম— গৰম বনিয়ান, ডিঙিটো ৰে কেপেয়া মৰা।

লথৌ— অ' মনত পৰিছে, পইচা দিয়াই নাই নহয়।

কৰিম— দূৰ, বিৰি খাবলৈ পইচা এটা নাই, আকৌ হুল-ভাবৰ দাম দিয়? তবে হুনিছোঁ বোলে গাৰম্ভ হিইঁতে বৰ অ জুলুম লগাইছে।

লথৌ— এ, ম'হৰ লাখুটিৰ কোবত সত্র এৰিব।

নেপথ্যত ভেদেউ— কোন ক'ত আছ' মোক নিলে ঔ, আহইঁত ঔ;

কৰিম— আৰে, হেইটো ভেদেউৰ মাত নহয় নে ?

লথৌ— হয় ভাই, ( দুয়ো ধাপলি মেলে )

## পট পৰিবৰ্ত্তন।

[ কাবুলীয়ে ভেদেউক খেদি ফুৰে, শেষত ভেদেউ পৰি যায় আৰু কাবৰ কলহটো ভাগে, কাবুলীয়ে হাতত ধৰে ]

১ম কাবুলী— ঠিক্ চে মুখ বান্ধ অ'।

২য় কাবুলী— ঠিক্ হ্যায় ।

( কৰিম আৰু লথৌৰ প্ৰবেশ )

লথৌ— খেকাৰখোৱা কাবুলী, ৰক্ষা নোহোৱা দেশ পাইছ ?

[ দুয়ো কাবুলীক ... কাবুলী পলায়, কৰিমে পিচে পিচে খেদি যায় ; লথৌৱে ভেদেউক ধৰে আৰু বান্ধ খুলি তুলি দিয়ে ]

লথৌ— তই ক'ৰবাত দুখ পালিনে কি ?

ভেদেউ—দুখ পোৱা নাই । পিচে কাবুলীয়ে যে মোৰ হাতত ধৰিলে— মোৰ কি গতি হ'ব ( কান্দে )

লথৌ— নাকান্দিবি ভেদেউ, আমিতো সাক্ষী আছো, তোৰ কোনো ভয় নাই ।

( কৰিমৰ উধাতু খাই প্ৰবেশ )

কৰিম— ( ফোপাই জোপাই ) লথৌ, ইয়াৰ পৰা যাওঁ ব'ল ! হেইটো চাগৈ চোন, মুখেদি তেজ [ হাতেৰে দেখুৱাই ] এই হোপা, জিভা ইমানলৈ [ হাতেৰে দেখুৱাই ], আলজিভা নামি আহিল, খাৰৈত এদমহে পৰি আছে । দৌৰি যাওঁতেই এটাক পিচ ফালৰ পৰা লেং মাৰি পঠিয়ালো, তিন তেলেঙণী খাই খাৰৈত পৰিল গৈ । ওপৰত বহি লৈ পকা চপৰাৰে নাক মুখ হমান কৰি

দিলো। এতিয়া মৰে বুলিহে ভয় লাগিছে।

লখৌ— ভেদেউ, ব'ল ।

কৰিম— চাওঁ, ভেদেউ, তই ক'ত দুহ পালি ?

ভেদেউ— নাই ককাই, পাৰিম।

কৰিম— ব'ল তেনেহলে ব'ল। [ প্ৰস্থান ]

## তৃতীয় অঙ্ক

## তৃতীয় দৃশ্য

[ সূত্ৰধাৰীৰ ঘৰৰ আগ চোতাল ]

—বাজহুৱা মেল—

[আগত তামোলৰ বটা লৈ সূত্ৰধাৰী, গায়নবৰা, আৰু দুজনমান মানুহ বহি থাকে; তাৰ পিচত লাহে লাহে আৰু দুজনমান মানুহ আহি বহে ]

গায়ন বৰা— সূত্ৰধাৰী! মহাপুৰুষৰ তিথি আহি পালেহি নহয়, পৰহেঁতে এই বাৰ নো কি নাট মেলিবৰ মনোনীত কৰিলা ?

সূত্ৰধাৰী— কি নো নাট মেলিবাহে গায়নবৰা ? অথবালৈ মানুহ গৰু বিচৰা দি বিচাৰিব লাগে। ডেকা লৰা খন আহিলেও অত এজুম, তত এজুম হৈ বিৰি ধপাত হুপি চেলা চাললৈ যাব, বিছা বাৰলৈ যাব, কাঠি চেলেকাই দাত মুখ সিওতাই বহি থাক। [ বায়নৰ প্ৰবেশ ]

বায়ন—হেৰা গায়নবৰা! তোমাৰ কলি গৰুজনী অলপ চম্ভালিবাহে। তাতিক তাতি বুলি নেমানে দেউতা

গৰুয়েই নে গাহৰিয়েই নে মাৰথনি।

গায়নবৰা— তেনে কথা নকবাহে বায়ন। গৰুনো কাৰ ঘৰত নাই হে? গৰুৱে তাতি-চকোৱা ভাঙেই। সেই বুলি, গাহৰি কুকুৰাৰ নাম লোৱা কিয়?

সূত্ৰধাৰী— এৰা দিয়া গায়ন বৰা, তোমাৰ গৰুজনীও একালি অইনাই।

(মেধিৰ প্ৰৱেশ)

মেধি— অ, কি অইনাইৰ কথা কৈছাহে, সূত্ৰধাৰী?

সূত্ৰ— এই আমাৰ গায়নবৰাৰ গৰুজনীৰ?

মেধি— অ' সেই জনী! সেই জনী আমাৰ গায়নবৰাই হিৰিম্বা ৰাক্ষসী পুহিছে।

(সকলোৱে হাহে)

মেধি— (বহি) ক'তা, গাওঁবুঢ়াইত নায়েই দেখোন?

(গাওঁবুঢ়াৰ প্ৰৱেশ)

অ গাওঁবুঢ়া, বহুত দিন জীয়াই থাকিবা দিয়া- এই মাত্ৰ তোমাৰ নাম লৈছিলোহে;

গাওঁবুঢ়া— কলিকলীয়া মনুষ্য, আৰু নো কেইদিন থাকিবা, মোৰ ঈশ্বৰ।

মেধি— এৰা, পিচে আমাৰ সাতোলা ভাঙুৰী গ'ল কলৈ?

গায়ন— ও জানো দিয়া।

সূত্ৰ— সাতোলাও নাই, বাৰিকাও নাই। কিবা সোপা ঢিলা মানুহ। বোলে "ৰজাৰ কাৰ্য্যক লাগি বৈদে কৰে হেলা,,; ৰাজহুৱা মেল এখন,

তালৈকো আহিবলৈ ইমান গহৰী নে ?

( সাতোলা আৰু বাৰিকাৰ প্ৰবেশ )

সূত্ৰ— কিনো কৰাইঁক হে তোমালোকে টুপুকা মাৰি ঘৰৰ ভিতৰত ?

সাতোলা এ প্ৰভু সকল ! লেঠা জানো কিবা এটাহে ( বহে আৰু জোলোঙাৰ পৰা ভাঙৰ চিলিমটো উলিয়াই ভাঙ কুটে )

মেধি— অ ! তুমি দেখোন গেঞ্জাৰ চিলিম এৰিবই পৰা নাই ? ইফালে গান্ধীৰ ভলমৃটিয়াৰিয়ে গাঁৱে গাঁৱে কুমটি কৰি চিঞৰি টেটু ফালিব লাগিছে, ইপিনে তুমি হোপাত চিলিম তুফাল কৰিছা। কিবা, আকেল নোহোৱা মানুহ দিয়া তোমালোক।

সাতোলা— থৈ দিয়াহে মেধি, গান্ধীয়ে কুমটি কৰি কৰি ফালিলে দিয়া। সুতাৰ লেৰাই চৈদ্ধ্য পইচা চাৰি অনা হ'ল, দিয়াচলাইৰ গোটে পইচা হ'ল। গান্ধীয়েনো কি চৰাজ্যতো দিয়ে ক'বই পৰা নাই। খালি কুমটিহে কুমটি। যদি ৰজাৰ খেজানা ফেৰাকে ৰেহাই দিব নোৱাৰিলে, তেনেহলে তেনেকুৱা চৰাজ্য হ'লেই বা নহলেই।

বায়ন— নহয় হে সাতোলা, এইবিলাক উপলুঙা কৰা কথা, নহয়, গান্ধীয়ে এইটো উপযুক্তিতাই কৰিছে। নহলে তোমাৰ ত'ৰ ভাটিৰ পৰা মানুহ এনেকৈ

ভাগে নে ? আমাৰ ইয়াতে একোজনে কেনে শুৱলা বক্তৃতা কৰে দেখা নাই নে ? বক্তৃতা বিলাক অলপ তহকিত কৰি চাবাচোন, তাৰ কোনোবা এটা পঁইত বেফাইত কৰিব পাৰানে ?

সাতোলা— সেইতো হ'লে হয় দিয়া ! চুৱাখোৱা বস্তু খাই পালো। এতিয়া এৰিবওহে নোৱাৰি—কিনো কৰিম, মোৰ গুৰুইত— সেই, কথাত হে কথা ওলায়। সিদিনা ছোৱালীজনীৰ ঘৰলৈ গৈছিলো, যাওঁতে পাক্কীমৰীয়া গাৱত এখন বৰ ডাঙৰ গান্ধী কুমটি হৈছিল দিয়া, জিলাৰ পৰাও দুই চাৰিজন ভদ্ৰ আহিছিল। তাতে আমাৰ কলীয়াবৰৰ হৰলাল পণ্ডিতেও কিছু কিছু বক্তৃতা কৰিলে, পিচে জিলাৰপৰা পিলপিলিয়াকৈ এজন ডেকা উকীল আহিছিল ( এই বিলাক কথাৰ মাজত ৰাইজে "হয়" ধৰি যায় ] তেওঁহলে ভালকৈয়ে এজোলোকা মাৰিলে। তাতে, মলো নামলগোৱাই— চিনি পোৱাই নহয়-- পাক্কীমৰীয়াৰ নামলগোৱা-- সেই তেওঁ, যিটোহে ছাগলী বান্ধ ছেৱাল ধৰিলে— তুমি আছা— এঃ, ধইন্ ধইন্ পৰি গ'ল নহয় [ ৰাইজৰ মাজত উৎসাহ দেখা যায় ]

ৰাইজ— পিচে, পিচে ?

সাতোলা— পিচে, প্ৰভু সকল, হেজাৰ হওক ৰাকৰি খচকা

উকীল-- চুঙা চাই সোপা দি গুচি গ'ল দিয়া। এৰা, এই বিলাকক নো মাক-বাপেকে কি খাই তুলিছিল, ক'বই নোৱাৰো। একোটা কথা তাৎজুপ দিয়া।

সূত্ৰ— বাৰু ৰাইজ, এতিয়া আমি এইবোৰ কথা এৰিবহে লাগে, পলম হৈ যায়।

মেধি— এৰা এৰা, হয়। "ফটা কঠা তিতেমানে গালৈহে গধূৰ"। গাওঁবুঢ়া, এতিয়া ৰাইজৰ আগত কথাটো প্ৰমুখ্য কৰিব লাগে।

গাওঁবুঢ়া— ঘটনাটো সকলোৱে অলপ অচৰপ ঘুনুক ঘানাকৈ শুনিছেই। আমাৰ মোলান দেউৰীৰ জীয়েক ঘাটলৈ পানী আনিবলৈ গৈছিল। ইতৈব সৰে আমাৰ গাঁৱত যে ঘূৰি ফুৰিছিল কাবুলী দুটাই, তাইক অকলশৰে পাই, হাতত ধৰে। পিচে কোনোবা কোনোবা আছি, বোলে হেনো এৰুৱাই দিয়ে, এই গুণ এই ব্যৱস্থা আৰু।

সূত্ৰ— বাৰু বুইছোঁ ৰ'বা। কোনোবা কোনোবা বুলিলেতো নহব। কোনে কোনে দেখিছিল, তেওঁ লোকক মাতি আনি মেলত হাজিৰ কৰিব লাগিব।

গায়ন— উঃ কটা! জীয়াৰী বোৱাৰী দেখোন ওলাব নোৱাৰা হ'ল এক।

বায়ন— নহয়হে গায়নবৰা, আমি আৰু' বলোৱামৰ পৰা শুনিছো তাই বোলে সিহঁতক কিবা এটা কৈছিল।

তাতে তাহাঁতেও চল পাই. অলপ ধেমালি কৰিছিল।
এনেতে তোমাৰ কৰিম আৰু লথৌৱে দেখা পাই,
ছুয়োটাকে হুড় টাঙোন দিলে।

সাতোলা—এৰা. ভাল এখন কেতিয়াও অকলে নেৰাজে।
গাওঁবুঢ়াই যে কথাটো ক'লা, "কিবা গছত গৰু
উঠা ; হোলোঙাৰে কাণ খজুৱা" । ইফালৰ পৰা
কিবা এটা উদাহৰণ নেপালে, মেখেলা পিন্ধা
কাবুলীয়ে ইমানটো ভাগিদা কৰিব নোৱাৰে।
( ওপৰলৈ চাই টুকুৰীয়াই ) সইত সইত সত্যৰ
জেঠি।

গাওঁবুঢ়া কি ঐ বলোৰাম, কি হৈছিল ?

বলোৰাম—মই তেতিয়া ঘাটতে বৰশী বাই আছিলো।
ভেদেউ তেতিয়া পানী বুৰাবলৈ আহে। কাবুলী
দুটাৰে সৈতে কথাপাতি অহা মই দেখিছোঁ।
তাৰ পিচত, কাবুলী দুটাক ভাই দুখন তামোল
দিয়ে। তাৰে এটা কাবুলীয়ে তাইৰ হাতত ধৰি
কাণে কাণে কিবা এটা কওঁতেই, লথৌ আৰু
কৰিম আহি পালেহি।

গায়নবৰা— ৰ, তোৰ কথাতো সিমান সজাত নাই।
তোৰ গাতো আকৌ পাক আছে নহয়। তই
জানো কম শ্ৰেনীৰ লবা। তই ভেদেউক যিখন কৰি
ফুৰিছ, শুনিলেই বিচুৰ্ত্তি।

সাতোলা— ( বলোৰ প্ৰতি ) তোক ইয়াত চেপচেপাবলৈ কোনে মাতিছে ? নগলিনে ইয়াৰ পৰা, কটা, ডগাবাজ।

সূত্ৰ— বাৰিকাক পঠিয়াই দি মোলান দেৱৰী, তেওঁৰ জীয়েক, কবিম আৰু লথৌ— এওঁলোকক মেললৈ মাতি অনা হওক। আপুনি আচল কথা গুলাই পৰিব নহয়।

গাওঁবুৰা— এৰা বাৰিকা, তুমি এওঁ লোকক জান দি আহাঁ।

( বাৰিকাৰ প্ৰস্থান )

বায়ন— যদিহে কথাটো সঁচা প্ৰমাণিত হয়, তেনে হলে খেলৰ পৰাতো বাদ পৰিবই, ঘাটে পানীয়েও নিষেধ কৰিব লাগিব।

মেধি— কি নো মানুহ গৰু মাৰিছেহে ? তাতে ঘাটে পানীয়ে নিষেধ কৰিবলৈ গুলাইছা। দোষ চাই দণ্ড হব লাগে। উদ্ধাৰ পৰাচিত হলেওতো হ'ব।

সাতোলা— এ, উদ্ধাৰ পৰাচিতৰ কথা কৈছাতো। ইপিনে আকৌ পইচাৰ আমদানিটোও চাবা। পৰাচিত বুলিলেই পৰাচিতটো নহয় নহয়। যিহে বামুণৰ খোকা, জলন্ত দিয়া, থলত দিয়া কৰোঁতেই গোহালী গোটেইটো উদং হ'ব।

গায়নবৰা— ব'বা চোন ব'বা। ঘটনাটো সচানে মিছা তাৰ 'তাইন্' নাই, ইপিনে দণ্ড বিহিলাই। ইয়া-

কেহে বোলে, "ৰাজহুৱা মেলে ফটাজালে সমান।"

সাতোলা— গায়নবৰা, কথাষাৰ বেয়া সুৰত গালা নহয় ? বোলে "কথাৰ মূৰত বটা পায়, আকৌ কথাৰ মূৰত কটা যায়।"

গায়ন— কিনো বেয়া কথা আষাৰ কলোহে মই।

সাতোলা— আকৌ সোধাহে! কিয়! অতটি ৰাইজক তুমি ফটাজাল পতা নাই ? ফটাজালৰ অৰ্থটো কি ?

সূত্ৰ— এৰা দিয়া গায়নবৰা, সাতোলাই ঠিকেই ধৰিছে। বুঢ়া হ'লাহি তেওঁ সমাজত কথা এষাৰ কেনেকৈ ক'ব লাগে, তাৰ হিচাব নেপালা! মেৰপাক দি ধৰিলে এতিয়া মেলৰ ওপৰতে আকৌ এখান মেল বহে।

গায়নবৰা— ( ডিঙিৰ গামোছাখন মোকোলাই, ৰাইজৰ ফাল-লৈ আগবঢ়াই মাটিতে থৈ হাত জোৰকৈ ) নাই প্ৰভু সকল ৰাইজক তেনে কথা ক'বলৈ মোৰ কি শকতি আছে! আঠুৱাৰ তলৰ ম'হ মোহাৰিলে মৰে। ফটা মুখৰ বাইক্ ওপৰাই ওলাল, এই-বাৰলৈ ৰাইজে খেমা দিব লাগে। ( সেৱা কৰে )

গাওঁবুঢ়া— হৈছে, হৈছে। বোলে, "সেও হ'লে পকাধানে এৰি দিয়ে বাট।" ৰাইজে এই বাৰলৈ এৰিছে। ( মোলান দেউৰী আৰু ভেদেউক লৈ ৰাধিকাৰ প্ৰবেশ )

আহিছা দেউৰী ? বহাহঁক। পিচে বাৰিকা, কৰিম আৰু লথৌ কত ?

বাৰিকা— সিহঁতো আহিব লাগিছে।

সূত্ৰে— বাৰু, তেনে হলে বেলি কৰাৰ সকাম নাই।

গাওঁবুঢ়া—[ মূৰ দুপিয়াই ইঙ্গিত কৰে ]

গাওঁবুঢ়া— পিচে দেউৰী, তুমিতো গাৱঁৰ এজন প্ৰমুখ্য মানুহ। সঁচা সঁচি কথা কবা চোন কি হৈছিল—।

দেউৰী— প্ৰভু সকল ! মই মানুহটো ঘৰত নাছিলো। পথাৰৰ পৰা ঘূৰি আহি পাওঁ দেখোন, ছোৱালী-জনীয়ে কান্দি আছে। সুধিলত কলে, তাই হেনো পানী আনিবলৈ যাওঁতে কৰবাৰ কাবুলী দুটাই হাতত ধৰিছিল। এনেতে আমাৰ লথৌ আৰু কৰিম আহি বোলে এৰুৱাই দিলে। এই বৃত্তান্ত।

সাতোলা— কোন হে সেই দুটা, কি বুলিলা, লথৌ নে মথৌ, আছেনে নাই ইয়াত ?

দেউৰী— লথৌ হ'ল, আমাৰ বগীৰাম ককাইৰ— হাইজাত যে ঢুকাল— তেওঁৰ লৰা। আৰু কৰিম বোলাটো আমাৰ ওৱাহেদ্ মুঞ্চী গতচনে যে ঢুকাল, তেওঁৰ লৰা।

সাতোলা— 'অ' আচল শিৰোমনি হালেই।

( লথৌ, কৰিম, ৰূপচিং, হলিৰাম আৰু পীতৰামৰ প্ৰবেশ আৰু আঁতৰত ৰহি ফুচফুচাই কথা পাতি থাকে )

সূত্ৰ— অ' ডেকা লৰাবাঁহ ওলাইছিহি , পিচে কপচিং তই যাব্ব কলৈ ?

কপচিং—ক্যা ?

সূত্ৰ— নাই সুধিছোহে ।

কপচিং—হুদিবিয়াই ক্যা ?

সূত্ৰ - অ' বাৰু বাৰু ; ( স্বগতঃ ) লাওপানী খাই লৰাৰ গাত হুচেই নাই । ( ৰাইজক ) এনেকৈ সাক্ষীৰ কোনো প্ৰয়োজন নাই । বাপেকেতো হাতত ধৰাটো স্বীকাৰ কৰিছেই । তৱে ৰাইজে এবাৰ ছোৱালী-জনীক সুধি চ'ব পাৰে ।

গাওঁবুঢ়া—বাৰু ভেদেউ, তই কচোন কি হৈছিল ?

ভেদেউ— মই আৰু কি ক'ম ; পিতায়ে কোৱা কথা সঁচা । সেইখিনি সময়ত কৰিম আৰু লথৌ আহি নোপোৱা হলে মোৰ যে কি গতি হ'লহেতেন ! ( তললৈ মূৰ কৰি কান্দে )

গাওঁবুঢ়া— লথৌ কৰিম, তইঁতে কেনেকৈ দেখিলি ?

লথৌ— কৰিমে ময়ে বৰশী বাবলৈ গৈছিলোঁ । এনেতে ঘাটত ভেদেউৰ চিঞৰ শুনি দুয়ো খাপলি মেলিলো । গৈ দেখো যে কাবুলীয়ে তাইৰ হাতত ধৰি টানিছে উধাই-মুধাই কেইটামান টাঙোন দিওঁতেই সিহঁত পলাল ।

গাওঁবুঢ়া— হয় নে কৰিম সঁচানে ?

কৰিম— হয় দিয়া দেদাই । চকুৰ চামনেই এই ঘটনা ।

ঘটনা দেখি, তোমাৰ মূৰত খুন চাপি গ'ল দিয়া।
লাঠিৰ কোবত, কাবুলীয়ে পানী তিনিফাল কৰি,
নদী পাৰ হৈ গল'।

গাওঁবুঢ়া—তেনেহলে হাতত ধৰা কথাটো সকলোৱে স্বীকাৰ
কৰিছে। কি কোৱা সূত্ৰধাৰী ?

সূত্ৰ— এৰা, বাৰু শুনাচোন ( কাণে কাণে কয় )।

গাওঁবুঢ়া— দেউৰী, তুমি ৰাইজক বৰসবাহ দি উধাৰ পৰাচিত
হ'ব লাগিব। পাৰিবানে নোৱাৰা ?

দেউৰী— মোৰ নিচিনা ছালছিগা ভিকহু এটাই কেনেকৈনো
এটা উধাৰনি বৰসবাহ দিওঁ। প্ৰভুসকলৰ যি
ইচ্ছা তাকে কৰক। মোৰ উপায় নাই।

বায়ন— উপায় নাই বুলিলেতো নহ'ব দেউৰী। কথাবোৰ
অলপ টং কৰি চাবা। মাটি এডোখৰ বেচিলেও
দেখোন শ' চকুড়ি ৰূপ ওলায়।

দেউৰী— সেইতো কৰিব পৰাহ'লে দেখোন, কথাই নাছিল।
ৰজাৰ খাজনাৰ লগত ৰত্তী, ৰূপিত সোপাকে কেএাক
বন্ধক দিলো। এতিয়ালৈকে ফুটাকড়ি এটা দিব
পৰা নাই। মাদ মুঠেই এমাহ আছে। ইয়াৰ
ভিতৰত দিব নোৱাৰিলে মাটি বাৰী সোপাই
কেএাৰ হ'ব।

মেধি— তেনেহ'লে কথা গহীনেই হ'ল। পিচে, আৰু এটা
উপায় আছে বুইছা দেউৰী। যদিহে তুমি তোমাৰ

ছোৱালীজনীৰ লগত কোনো লেটি-পেটি নকৰি আজিয়েই ঘৰৰ পৰা বাজ কৰি দিব পাৰা, তেন্তে তুমি আগৰ যি ৰাইজৰ দেউৰী, সেই দেউৰীয়েই থাকিবা নহ'লে খেলৰ পৰাতো বাদ পৰিবাই ৰাইজৰ মতে, ঘাটে পানীয়েও নিষেধ কৰা হ'ব। কি কয় ৰাইজ ?

ৰাইজ— হয়, হয়।

সাতোলা— ৰাইজে আৰু কবলৈ কিনো বাকী আছে ? জল জল পটপট ওলায়েই আছে।

দেউৰী—কাটকেই বা মাৰকেই সেইতো হ'লে কৰিব নোৱাৰো। প্ৰভুসকল ! পো বোলে জী বোলে, সম্বল মাত্ৰ ইমানেই। কেচুৱাতে মাক মৰিল, তুলিতালি বুকত বান্ধি ডাঙৰ কৰিছোঁ, তেনেস্থলত··· ··· (কান্দে)

ভেদেউ— পিতাই, তই নেকান্দিবি। মই আজিয়েই ঘৰৰ পৰা ওলাই যাওঁ ৰাইজে যেতিয়া বিচাৰত মোৰ গাতে দোষ পাইছে, দণ্ড মই মূৰ পাতি লবই লাগিব। তইতো মোক ভালকৈ জানই নহয় পিতাই (কান্দে) (কৰিম উঠিব খোজে, দুটামান লৰাই ধৰি ৰাখে)

কৰিম— (বলেৰে থিয় হৈ) দূৰ হ'! হেই ৰকম বেইমানি মই হৈ থাকিব নোৱাৰো। (ৰাইজক) এইটো আপোনালোকে কি মেল বুধিছে ? কাবুলীয়ে তাইক জোৰজবৰ্দস্তি হাতত ধৰিছে, তাইৰ গাত কি দোচ ?

সাতোলা— জোৰজবস্তিয়েই ধৰিছে, নাই কিবা উদাহৰণ পায়েই ধৰিছে, তাকনো কোনে জানে। ওপৰতে ফাইট্‌টো দেখুৱালে কি হ'ব ?

লথৌ— বাৰু ৰাইজ সকল। যদিহে তাইৰ কিবা বেয়া ভাব আছিল তেনেহ'লে তাই চিঞৰিব কিয় ! চিঞৰ শুনিহে আমি গৈছিলো। কথাবোৰ ভাবি চাব, ওপৰে ওপৰে এটা ৰায় দিলে কি হ'ব। লৰাৰ ধেমালি নহয় নহয় এইখন ।

বায়ন— উত্তৰ নকৰা কিয়হে গায়নবৰা। জুকা মাৰি বহি থাকিবা, পিচত তিৰোতা মানুহৰ আগত বিং বিং বাং বাং খন কৰিবা।

গায়নবৰা— মনত কিবা বিষাদহে বায়ন। মইহে পিচত বিং বিং বাং বাং খন কৰো ?

সাতোলা—খুচিতেই হওক বা বলৎকাৰ কৰিয়েই হওক, হাতত ধৰিলে যেতিয়া— ৰাইজৰ আৰু আন কথা নাই। কি কোৱা সূত্ৰধাৰী ?

সূত্ৰ— হয়তো ।

ৰূপচিং— তহঁত দেহানৰ মেল এনেবেদীয়াহে না ? কিনো মেল লুধিছ কপাই নৰং দে। আমাৰ জাতিত হোৱা হয়, মাৰিয়েই পালং হয় দে !

সূত্ৰ— এইটোক ইয়ালৈ কোনে মাতিছিল ? আগ গুৰি নোহোৱা কথা কয় ।

ৰূপচিং— এহ, তইনা সূত্ৰধাৰী, হনি চৰিছে ; থুন্ থুন্ লাগি যাব কৰাই নৰিবি ।

সূত্ৰ— কটা অগিয়ান, ইমান কলিজা কাৰ আগত দেখুৱাব অ' ? (ককালত গামোছা মাৰি থিয় হয়, মেথি বায়নে ধৰে, সাতোলা মুকুকা মাৰি পলায়। )

ৰূপচিং—আহ আজি লাগিয়েই চাং [ খেদা মাৰে, কৰিমে ধৰে]

সূত্ৰ— [পিচলৈ আহি] দেখা দেখা ৰাইজ। (সাতোলাৰ প্ৰবেশ)

সাতোলা— উঃ ফুকলীয়া ল'ৰা এইটো, চেপিলে ওঁঠৰ গাখীৰ ওলায়, ইয়াৰ দিলটো চোৱা। ৰাইজ ইয়াক মেলৰ পৰা উঠাই দিব লাগে। এই কথায় কথা নহয় ?

ৰাইজ— এৰা, এৰা. এৰা !

ৰূপচিং – কা', মুঠং এই দেচোন [ বহে ]

কৰিম— নেলাগে ৰূপচিং কাজিয়া কৰাৰ দৰ্কাৰ নাই, ৰাইজৰ কথাটো তই ৰাখ । পীতৰাম, তই ইয়াৰ লগতে যা, (পীতৰামে ৰূপচিংক লৈ প্ৰস্থান )

ভেদেউ— ককাইহঁত, তইতে মোৰ কাৰণে কেলৈ মিছাতে কাজিয়া পেচাল কৰিছ ? মোৰ গাত দোষ যেতিয়া, ৰাইজৰ কথামতে, মই গাঁৱৰ পৰা ওলালো ।

লথৌ— কৰিম ! কৰিম ! ( কৰিমক সাবট মাৰি ধৰে )

ভেদেউ— পিতাই তই নেকান্দিবি, সকতে আই মৰি গ'ল। মোৰ কাৰণে বহুত দুখ সহিলি । কিমানদিন কেটেৰা জেঙেৰা মাৰি তোৰ মনত কষ্ট দিছিলো, সেইবোৰ

পাহৰি পেলাবি (সেৱা কৰে)। [কৰিমক] ককাই, কুলত তই একে নহলেও সকৰেপৰা নিজৰ ককাইৰ নিচিনা দেখি আহিছো তইঁতৰ গুণ মই জীয়াই থাকোঁমানে পাহৰিব নোৱাৰো [লথৌক] পিতাইক চাবি, মনত যি আশা কৰিছিলো সি আৰু নহল। মই আহিলো।

লথৌ— [বিচলিত হৈ] ৰাইজ সকল, কৰিম! [ভেদেউ দুখোজ এখোজ কৈ গৈ থাকে] ভেদেউ জই—।

কৰিম- ৰহ ভেদেউ, মোৰ এটা কথা আছে। ভেদেউ ৰয়] লথৌ! তয়ো কি. তবে, ভেদেউক যাবলৈ দিছ?

লথৌ—[ কৰিমৰ মুখলৈ চাই ] সমাজ কেনেকৈ এৰো কৰিম?

কৰিম— আৰে থৈ দে তোৰ হমাজ [ভেদেউ যাৰ খোজে] ৰহ ভেদেউ নেযাবি, [দেউৰীক অকলশৰীয়াকৈ মাতি] তোমাৰ ছোৱালী, আৰু লথৌ, দুয়োটাই দুয়োটাকে আজি বহুত দিনৰে পৰা ভাল পায়। নামতহে বিয়াতো বাকী আছে তুমি যদি কথা দিয়া, লথৌৱে এতিয়াই তাইক সামৰি ল'ব।

বাম্নন— কি হে দেউৰী?

দেউৰী— লুকুৱা কথা একো নহয়। কৰিমে কৈছে বোলে, লথৌ আৰু মোৰ ছোৱালীৰ, আজি বহুত দিনৰ পৰাই, মনে মনে মিল। এতিয়া মোৰ কথা পালেই, লথৌৱে তাইক সামৰি ল'ব।

সাতোলা-- অ' কথা ক'ৰবাত। কোম্পানীৰ জাহাজ মাটিৰ তলেদি গৈ ভাটি পালেগৈ। তেনেহ'লেতো লথৌও খেলৰ পৰা বাদ পৰিব।

লথৌ— ৰাইজ সকল, মই তাত মান্তি আছোঁ।

দেউৰী— লৰাই ছোৱালীয়ে মিল আছে যেতিয়া কেনেকৈনো সিহঁতক বান্ধি ৰাখিবা, মোৰো আপত্তি নাই।

লথৌ— ৰাইজসকল, আপোনালোকৰ কথামতেই আজিৰপৰা মই খেলৰপৰা বাহিৰ হলো।

কৰিম— খেলৰপৰা কিয় বাহিৰ হ'বি অ'? আল্লাৰ ফজলে মোৰ দুটা গুটি ধানৰ ভৰাল আছে, ঈশ্বৰে দিয়া তোৰো চাইটা ধান আছে। পৰাচিত্তৰ লগত চব বিক্ৰী কৰি দিম। ৰাইজসকল দিনবাৰ এটা ঠিক কৰি আপোনালোকে কোৱামতেই দেউৰীয়ে উদ্ধাৰ পৰাচিত হ'ব।

সাতোলা— এৰা এৰা, পৃথিবী এখি নো ক'ত পাও দিব? "মন কৰিলেই চন বাকৰি মাটিতেই ধন", হওক, হওক, ৰাইজ সন্তুষ্ট, কি কয় ৰাইজ?

ৰাইজ— হৈছে, হৈছে।

কৰিম--- আহ ভেদেউ. লথৌ, ৰাইজক হেৱা কৰ।

[ সেৱা কৰে ৰাইজে হৰিধ্বনি দি আশীৰ্ব্বাদ কৰে ]

---

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

[আলিবাট, কৰিমে হাতত এচাৰি লৈ হালোৱা তলিৰ পৰা উভতে]

কৰিম—এই বগা হ', হ' ।

(নেপথ্যত ভেদেউ—) অ' ককাই অলপ ৰবিচোন ।

কৰিম—( উভতি চাই ) কোন ? অ' ভেদেউ ।

( কাষত কলহ লৈ ভেদেউৰ প্ৰবেশ )

আজি লথৌ হাল বাবলৈ নাহিল দেখোন ?

ভেদেউ—ৰাইজৰ লগত হুজলৈ গৈছে । বাৰু ককাই, তই ইমান পৰলৈকে হাল বাব পাৰনে ? বেলি ভাটি দিলেহি একেবাৰে ।

কৰিম— কিয়, লথৌৱে কি ইমান পৰলৈ নাবায় ?

ভেদেউ—কিছুমানৰ যে ৰাঙ্কি বাঢ়ি দিওঁতা আছে ।

কৰিম—( হাঁহি ) অ' এৰা, মই এতিয়া ভাত বনালৈগৈহে হব । কি কৰিম খোদাই নচাঁপত দুখ লিখিছে ।

ভেদেউ—নহয় ককাই, তই সোনকালে চাইচিতি ছোৱালী এজনী আন । কিমান দিন আৰু এনেকৈ থাকিবি ?

কৰিম— কোনে অ' মই ? না—বিয়া নকৰাওঁ । যা—লথৌক সুধিবি ।

ভেদেউ—সুধিবলৈ আৰু বাকী ৰখা নাই, সকলো জানিছোঁ

মই কাইলৈ তালৈ যাম ।

কৰিম—( হাঁহি ) ক'ত যাবি ?

ভেদেউ—নিহাৰইঁতৰ তালৈ ।

কৰিম—তই লথৌৰ লগ পাই বৰ দুষ্ট হৈছ । নহৰ তাই গাঁৱৰ ছোৱালী হলেও আমাৰ নিচিনা আখৰ চিনি নোপোৱা নহয় । নেলাগে ভেদেউ, কিয় নাহক কথাত গৈ লাজত পৰগৈ ।

ভেদেউ—বাৰু পৰিলে পৰিম । তিৰোতাৰ কথা তিৰোতাইহে জানে । তইঁতে কি বুজিবি ?

কৰিম-বাৰু বাৰু দে । তই পানী ভৰালি জানো ?

ভেদেউ—নাই, আহিছোঁহে ।

কৰিম—তেনেহলে যা । দেৰি হ'ল, মই যাওঁ ( যাব খোজে )

( পীতৰাম আৰু ৰূপচিঙৰ প্ৰবেশ )

কৰিম—হেৰ তইঁত যাব কলৈ ?

ৰূপচিং—পথাৰক আহিছিলং দে । ( ভেদেউলৈ চাই ) তক আজি বহুত দিনৰ মূৰতহে দেখিলং দে । ভালে আছ না ?

ভেদেউ—আছোঁ দে ; তোৰ ঘৰত ভাল ?

ৰূপচিং—কাৰ কথানো সুধিছ ? তিৰোতা জনীৰ কথা না ? ( সকলোৱে হাহেঁ ) ভাল দে ।

পীতৰাম—কৰিম কাইনো ইমান পৰলৈ হাল বাইছিলি নে ?

কৰিম—কিয় ? বহুত দেৰি হ'ল নে ?

ভেদেউ-মই তাকে কৈছো—বোলো ইয়াৰ পৰা গৈ ভাত

বান্ধিলেহে খাবলৈ পাব।

পীতৰাম—এৰা দে, কৰিম কায়ে কিন্তু এইটো বেয়া কাম কৰিছ। বিয়াখন পাতিব লাগিছিল। আমি সকলোৱে এই কথাটো কোৱা মেলা কৰি থাকোঁ।

কৰিম—হয়নে কি?

ৰূপচিং—নহব লাগিনো কি আছে আকৌ? লথোৱে কৰিলে, পীতৰামে কৰিলে, হলিৰামেও কৰিলে, নহয় না পীতৰাম?

পীত—কৰিলেতো।

ৰূপচিং—ঘুটুলায়েও আনিলে নহয় না! আক মঞো আনিলং আৰু নো কোন বাকী আছে?

কৰিম—(হাঁহি) বাক হ'ব দে এটা।

পীত—হ'ব বুলিলে নহয় কৰিম 'কাই, সংসাৰলৈ আহিছ যেতিয়া, এটা নাম থাকিব লাগিব।

ৰূপচিং—নহয় নে কি আকৌ, তই যদি নৱাব, নহলে আমিয়েই ধৰি আনং।

ভেদেউ—(হাঁহি) ধৰি আনিব নেলাগে, ছোৱালী আছেই ককায়ে মন কৰিলেই হয়।

পীত—ক'ৰনো ছোৱালী?

কৰিম—এঃ, এইৰ কথা নুশুনিবি; দেখি হ'ল বাঙ বল।

ৰূপচিং—(ভেদেউক) নকৱনো কিয়া আকৌ।

কৰিম— বাক হ'ব দে; ব'ল এতিয়া।

পীত— নহয় দে ককাই, এই মাহৰ ভিতৰতে তোৰ বিয়া হ'বই লাগিব। [ ভেদেউৰ বাহিৰে সকলোৰে প্ৰস্থান।

ভেদেউ—( যাব খুজি দূৰৈত নিহাৰক দেখি ) আইৰে, নিহাৰ নে কি ঔ, কলৈ যাৱ ?

[ নিহাৰৰ প্ৰবেশ ]

নিহাৰ—[ হাঁহি ] এৰা, মোমাইটিহঁতৰ ঘৰলৈ যাওঁ। মোক দেখি উচপ খালি কিয় ?

ভেদেউ—এই মাত্ৰ, কিবা এটা কথাত তোৰ কথা ভাবিছিলো। তই বহুত দিন জীয়াই থাকিবি।

নিহাৰ—নেলাগে ভেদেউ, হোনকালে খোদাই পাৰ কৰিলেই হয়। চাওঁ হাঁচতিত তামোল আছে যদি এখন দে [ ডুয়ো বহে ]

ভেদেউ—তই অকলে আহিছনে কি ?

নিহাৰ—নাই, ককাইটিও আহিছে, হৌ তাতে মানুহ এজনৰ লগত কথা পাতিছে।

ভেদেউ—[ হাঁচতি খুলি তামোল দি ] খাওঁ দে, পানী আনোগৈ। কেচুৱাটো আক' অকলে এৰি থৈ আহিছোঁ।

নিহাৰ—খাবি দেচোন, এ আল্লা! দেৰি হ'লে লৰাটোৱে মাৰিব নে কি ?

ভেদেউ—কোনে অ'—! আগেয়ে জীয়াৰী কালতে বোপায়ে অলপ তাড়না কৰিছিল, এতিয়া সেই ফেৰাও নাই।

নিহাৰ – এই ভেদেউ, তইঁতৰ যে বিয়া পাতি দিছিল হেই মানুহ জনৰ খবৰ কি অ' ?

ভেদেউ—কাৰ কথা কৈছ ? কৰিম কাইৰ ? কেলৈনো তেওঁৰ খবৰ ?

নিহাৰ—নাই, এনেয়ে হুধিছোঁ।

ভেদেউ—এনেয়েনো আকৌ কিয় শুধিছ ?

নিহাৰ— কিয়—হুধিলে জগৰ লাগে নে ?

ভেদেউ—লাগিব তো ! গাভৰু ছোৱালী এজনীৰ বিয়াবাৰু কৰোৱা মানুহ এজনৰ খবৰৰ কি দৰ্কাৰ ?

নিহাৰ— ( আচৰিত হৈ ) কি ? তেওঁ বিয়া কৰালে !

[ মৌন হৈ ৰয় ]

ভেদেউ - তোৰ হ'ল কি ? সৰগ পৰা মানুহৰ নিচিনা হলি দেখোন ?

নিহাৰ— নহয় ভেদেউ, মই কিবা অইন কথা এটাহে ভাবিছোঁ

ভেদেউ— বাৰু বুজিলো দিয়া। ( নিহাৰৰ ঠুঁৰীত ধৰি )

"নদীৰ পানীৰে গা জুৰ নকৰে
নৈত নপৰে ম'নে।
নিলগৰ চেনেহে গা জুৰ নকৰে
ওচৰত নহলে মানে ॥"

নিহাৰ— যা এইজনী— বাৰু, তেওঁৰ বিয়া, কেতিয়া হল ?

ভেদেউ— নিহাৰ, মই তোক সচা কথা কওঁ শুন। মই আমাৰ তেওঁৰ মুখৰ পৰা শুনিছোঁ, যে বহুত দিনৰ আগতে তেওঁলোক দুয়ো, তইঁতৰ তালৈ জুৱা খেলিবলৈ গৈছিল,

আৰু উভটি আহোঁতে, বাটত তোৰ বাহিৰে, আন কাকো বিয়া নকৰাওঁ বুলি আমাৰ তেওঁৰ আগত কৈছিল। হাল বাই উভতি আহোতে, এতিয়া এই খিনিতে লগ পাই, তোৰ কথা কৈ জোকাইছিলো, আৰু তেওঁ কলে, লেখা পঢ়া জনা ছোৱালী, আমালৈ ক'ত আহিব ?

নিহাৰ— (ভেদেউৰ ডিঙিত ধৰি) ভেদেউ, সকবেপৰা দুয়োজনী বাই-ভনীৰ নিচিনাকৈ উঠিলো। তোৰ আগত মই কি মিছা মাতিম! তই কবিগৈ যে তেওঁৰ গুণৰ তুলনাত মই একোৱেই নহওঁ। এইবিলাক কথা কৈ যেন, তেওঁ আৰু মোৰ মনত দুঃখ নিদিয়ে। মোৰ ককাইটিয়েই মোৰ দোচমন। এই কথা তোক কলো।

ভেদেউ— সোৱা, ককাইটিয়েৰ আহিছে, মই যাওঁ (প্ৰস্থান)

(দেলখোচৰ প্ৰবেশ)

দেলখোচ— হেইজনী কোন ?

নিহাৰ— ভেদেউ, লথোৰ ঘৈণীয়েক।

দেলখোচ— না, না, মই হেইচব, মানুহৰ লগত কথা কোৱা ভাল নেপাওঁ। জলদি আহ, বহুত দেৰি হ'ল।

(দুয়োৰো প্ৰস্থান; বলোৰামৰ প্ৰবেশ)

বলোৰাম— ভেদেউ; বাৰু বহ। "দেখিব নোৱাৰো যাক, দেখোঁ ঘনে ঘনে তাক।" নাই! এনেও নাই তেনেও

নাই ; এইবাৰ তোৰ একেবাৰে নামকে মুমুৰাম। এইৰ লগতনো মই কত পইচা পানী নকৰিলো--- জৰি,-- ফুইঁতি, তেল-তামোল, একোৱেই বইচ কৰিব নোৱাৰিলে, সেই এটা হেৰামৰ লেণ্ডুৰ পীতৰাম, মোক কিনো নকৰিলে, নাই এইবোৰ ভাবি চিন্তি থাকিলে কি হ'ব। যি আছে কপালত দুৱাৰ ঘৰ বান্ধি, লৰাই তিৰুপাই ইহঁতক পুৰিয়েই মাৰো। তেতে যদি মনত শান্তি পাও ( অলপ ভাবি) নাই তাকেই কৰিম। মোৰ গাত সিহঁতে যি জুই জ্বলাইছে ময়ো সিহঁতৰ গাত, সেই জুই জ্বলাইহে এৰিম। [ প্ৰস্থান ]

**দ্বিতীয় দৃশ্য**

[ লথৌৰ ঘৰ ; সন্ধ্যা ৰাতি ; ভিতৰত লথৌ আৰু ভেদেৱে পিঠাগুৰি খুন্দি থাকে ; কৰিমৰ প্ৰবেশ )

কৰিম— লথৌ অ' লথৌ, কি কৰিছ ?

লথৌ— [ ভিতৰৰ পৰা ] পিঠাগুৰি খুন্দিছো ভাই, বহ।

[ ভেদেৱে আহি পিৰা পাৰি দিয়ে ]

কৰিম— এৰা, বিহু কাইলৈ হলেই নহয় ; চিৰা-হান্দহ কিমান গোটাইছ !

[ লথৌৰ প্ৰবেশ, ভেদেউৰ প্ৰস্থান ]

লথৌ— নাই অ', অকলে অকলে কিমান কৰিবি।

কৰিম— এই ভেদেউ, ভিবাৰৰ নিচিনা পিঠা বনাইছনে নাই ?

ভেদেউ— [ ভিতৰৰ পৰা ] নাই অ' ককাই, বাতিপুৱাহে কৰিম। তই কাইলৈ বাতিপুৱা এবাৰ আহিবিচোন দেই।

লখৌ [ ভিতৰলৈ চাই ] দেচোন দে; এতিয়া অলপ চিৰাকে দে খাওক!

কৰিম নেলাগে দে ভাই, মোৰ গাটো হিমান ভাল নহয়। কাইলৈকে এপাক মাৰিম বাৰু।

[ হাতত ঢোল, তাল আদিলৈ গৰখীয়া লৰাহঁতৰ প্ৰবেশ )

গৰখীয়া লৰাহঁত——

জয় ৰাম বোলা, জয় হৰি বোলা! জয়!!

ঘোষা—বিদুৰে বাতৰি আনিছো হুচৰি
বছৰৰ একেটি দিনে ঐ গোবিন্দাই ৰাম॥

পদ—কৃষ্ণৰ বিক্ৰম দেখি পক্ষৰাজ
পৰম বিস্ময় মানে ঐ
গোবিন্দাই ৰাম—

স্বামী হেন জানি বুলিবে লাগিলা
প্ৰণামো কৃষ্ণৰ চৰণে ঐ
গোবিন্দাই ৰাম—

আগে নিচিনিলো এবেসে জানিলো
তেন্তে তুমি শ্ৰীৰাম ঐ
গোবিন্দাই ৰাম—

অজ্ঞানীক মোক প্ৰভু ক্ষমিয়োক
চৰণে কৰো প্ৰণাম ঐ
গোবিন্দাই ৰাম—

অ' ৰাম জয় হৰি॥

[ লথৌৱে তামোল পান পইচাৰে শৰাই এখন আনি আগবঢ়াই আৰু গৰখীয়াই আশীৰ্ব্বাদ কৰে ]

গৰখীয়া— গৃহস্থৰ কুশলাৰ্থে হৰি বোলা ॥ ( প্ৰস্থান )

কৰিম— আজি-কালি আৰু বিহুত আগৰ নিচিনা নেলাগে। আগেয়ে বিহু বুলিলে কেনেকুৱা লাগিছিল, মনত পেলাচোন। হেইবিলাক কথা মনত পৰিলে, আকৌ লৰা হবৰ মন যায় অ'।

লথৌ— হেৰি নহয়, বয়সৰ লগে লগে সকলো কমি আহে। এতিয়াতো আৰু, আই বোপাই নাই, ধিঙিওালি কৰি থাবলৈ। সেই দিন গ'ল আৰু ভাই ( ভেদেউলৈ চাই ) ভেদেউ, চাওঁ— তামোলৰ বটাটো উলিয়াই আনচোন।

কৰিম—নেলাগে দে লথৌ, যাৱেই (উঠে, বলোৰামে ভুমুকিয়াই চাই কৰিমক উঠা যেন দেখি লুকায় )

লথৌ— বহচোন বহ, কলৈনো যাব ? তোৰ গাটো সচাকৈয়ে অসুখ নে কি ?

কৰিম— ( বহে ) নাই অসুখ একো নাই, তবে মনটোহে কিবাকিবি লাগিছে। বিহু বুলি এটা ফুৰ্ত্তি নাই। আজি কেইদিনমানৰ পৰা নামাজ-তামাজ পঢ়াবো একো ঠিক নাইকীয়া হৈছে।

লথৌ— তোৰ কথা মই বুজিছো, পিচে, বুজিছ কৰিম,

এইবিলাক মানুহে কৰা কাম নহয়। যদিহে তোৰ লগত ভাইৰ সহস্কাৰ আছে তেনেহলে তেনেকুৱা দহোটা দেলখোচেও ৰাখিব নোৱাৰে।

কৰিম— নহয় অ' লথৌ, নহয় নহয়; তই যি ভাবিছ সেইটো নহয়, তোক কৈছোঁ নহয়--- ইঁচায়ে আজি কেইদিনমানৰপৰা কিবা কাম কৰিবলৈ মন নাযায়; কি হৈছে জানো।

[ তামোলৰ বটালৈ ভেদেউৰ প্ৰবেশ ]

ভেদেউ— ককাই, তামোল খা ( তামোল দিয়ে )

কৰিম— দে অ' তোৰ লৰাটো কৰিলি কি? ভালে আছে?

ভেদেউ— ওঁ, আছে।

কৰিম— চাওঁ, তাক লৈ আহচোন। ( ভেদেউৰ প্ৰস্থান ) মই আমাৰ মৌলবীৰ পৰা তালৈ 'এটা তাবিজ আনিছোঁ - কথাটো পাহৰিছিলোৱেই।

লথৌ— (হুঁ,হি) হয় নে কি?

[ ভেদেউৰ কেচুৱাটোলৈ প্ৰবেশ, কৰিমে গালত আৰু পিঠিত থপৰিয়াই মৰম কৰে আৰু ডিঙিত তাবিজটো পিন্ধাই দিয়ে, তাক কোলাত লবলৈ বিচাৰে সি নাহে ]

কৰিম— নে, নে, শুৱাই থগৈ, কান্দিব। ( ভেদেউৰ কেচুৱাটো লৈ প্ৰস্থান )

লথৌ— ওপৰাৰ তিনদিনৰ পিচতেই আমাৰ পণ্ডিত গোঁসাইৰ

তাৰ পৰা ৰচি এডাল জৰাই আনি ককালত বান্ধি দিছোঁ।

( ভেদেউৰ প্ৰবেশ )

ভেদেউ— ( হাঁহি ) হে অ' নহয় ককাই, এই, তহঁতৰ মৌলবী নিহাৰইতৰ ঘৰলৈ যোৱাৰ কথা আছিল নহয়। কি হ'ল ?

কৰিম— এই দেলখোচ মানুহটো বৰ ভাল নহয়, হি তহঁতকতো ভাল নাপায়েই মোকো দেখিব নোৱাৰে। ইফালে শুনিছোঁ মিজাজৰ ঠিক নাই। দিন ৰাত মদ আৰু জুৱাৰ ওপৰত থাকে। আনকি জুৱাৰ লগত নিহাৰৰ গহিনাও বাদ যোৱা নাই। তাৰ উপৰিও তাইৰ ওপৰত হৰ্দ্দম জুলুম। তবে, মৌলবী কাইলৈ যাওঁ বুলিছে। বাকী কি হয়, ক'ব পৰা নাই।

ভেদেউ— এৰা, কথাটো সোনকালে হলেই ——

কৰিম— তহত দুজনী লগ হ'ব পাৰ, নহয় ?

( হাঁহি হাঁহি কৰিমে খোজ লয় )

ভেদেউ— ককাই, এই গামোচাখন লৈ যা।

কৰিম— ( উভটি ) বাৰু দে, বিহুৰ গামোচা নহয় ? ( যায় )

লখৌ— ( ৰিঙিয়াই ) কাইলৈ আহিবলৈ আকৌ নেপাহৰিবি।

[নেপথ্যত কৰিম]—বাৰু দে।

লখৌ— সেইবিলাক সামৰি-সুতৰি থগৈ। ৰাতিও হ'ল বহুত। যি কেইটা বাকী আছে, দোকেমোকেই উঠি খুন্দিম।

[ দুয়ো ভিতৰ সোমায়, বলোৰামে হাতত সাৰে ভৰিত সাৰে চোৰ অহাদি সোমাই আহে, মানুহ শুলেনে নাই ঘৰৰ বেৰত কাণ দি উমান লয় আৰু উভটি আহে ]

বলো— টোপনি অহা নাই হ'বলা, অলপ ৰওঁ। এনেকুৱা সুবিধা আৰু নেপাম।

[ আকৌ বেৰত কাণ দি শুনে, ইফালে সিফালে মানুহ চাই, ককালৰপৰা ৰচি এডাল উলিয়াই লথোৰ ঘৰৰ দুৱাৰখন বাহিৰৰপৰা ভালকৈ বান্ধে। বেৰত কাণ দি আকৌ শুনে, জেপৰ পৰা দিয়াচলাইটো উলিয়াই, ইফালে সিফালে চাই ঘৰত জুই লগাই দি লৰি প্ৰস্থান। লথোৰ ঘৰত জুই লাগে, লথো আৰু ভেদেৰে ভিতৰৰ পৰা চিঞৰিবৰ লৈ ধৰে। বাহিৰৰপৰা কিছুমান মানুহে 'পানী আন' 'কলগচ আন' বুলি চিঞৰ-বাখৰ কৰি সোমায় আহে। কিন্তু জুইৰ ওচৰলৈ যাবলৈ কোনেও সাহ নকৰে, সকলো জুমবান্ধি বৈ থাকে ]

লথো— জুয়ে পুৰি মাৰিলে ঔ, আহইঁক ঔ, কোন ক'ত আছ। লৰাই ছোৱালীয়ে তেনেই পুৰি মৰিলো।

( লৰি কৰিমৰ প্ৰবেশ )

কৰিম— চালা, নিমখ হাৰাম হঁত! ঘৰত জুই লগাই ৰং চাইছ?

লথো— কৰিম! কৰিম!! আহিছ ভাই, দুৱাৰ বান্ধি থৈছে, ওলাব নোৱাৰো।

কৰিম— ভয় নাই লথো [ দুৱাৰ ভাঙি সোমায়, ৰূপচিং আৰু পীতৰমৰ প্ৰবেশ— কৰিমৰ পিচে পিচে সোমাই

আৰু বস্তু উলিয়াই আনে। ইতিমধ্যে কৰিমে লখৌক আনি থয় আৰু আকৌ সোমাই গৈ ৰূপচিং, পীত-ৰামৰ লগত ভেদেউক ধৰাধৰি কৰি উলিয়াই আনে ; ভেদেউ চিঞৰি চিঞৰি আছে ]

ভেদেউ— মোৰ পোনা--- মোৰ পোনাটি ক'ত ? এৰিদে মই আনো গৈ।

লখৌ— এতিয়াও নো চাগৈ মোৰ পোনা জীয়াই আছেনে ? ( যাব খোজে আৰু পৰি যায়। )

কৰিম—নেলাগে লখৌ, তই নোৱাৰিবি। হে আল্লা ! তুমি জানা [ দুই তিনিবাৰ জুইত সোমাব খোজে ]

লখৌ— নেলাগে, নেলাগে কৰিম, মোক লৰা নেলাগে, তই নেযাবি। কৰিম ! কৰিম !! জুই বেচিকৈ উঠিছে ! গুচি আহ, কৰিম ! কৰিম !!

ভেদেউ— [ কেকাই ] গুচি আহ, ককাই, নেলাগে মোৰ পোনাক !

কৰিম— হে খোদা [ জুইত সোমায় ]

[ পীতৰাম, ৰূপচিঙে কৰিমক গুলাই আহিবলৈ মাতে ]

লখৌ— কৰিম ! কথা শুন, গুচি আহ ! কৰিম ! কৰিম !!

ভেদেউ— ককাই ! ককাই !!

[ পীতৰাম, ৰূপচিঙে আকৌ সোমাবলৈ চেষ্টা কৰে কিন্তু নোৱাৰে। এনেতে কৰিমে মৰা লৰাটো লৈ চলং পলংকৈ ওলাই আহি পৰি যায়।

গোটেই গা পোৰা ]

কৰিম— ৰচাব নোৱাৰিলো ভেদেউ !

লথো— [ কৰিম ! কৰিম !! কি কৰিলি ভাই ! (সাবট ধৰে )

কৰিম — উঃ লথো ! [ আতাই কেইটাই কৰিমক আগুৰি ধৰে]

পীতৰাম— কৰিম ? কৰিম ??

ৰূপচিং— নামতা কিয়া, কৰিম !! বয়াকৈয়ে পুৰিলে যেন পাং : অস্ অস্ ( কান্দে )

পীতৰাম— ৰূপসিং ইয়াক বোকোচাত ল ।

[ সকলোৱে ধৰাধৰিকৈ কৰিমক ৰূপচিঙৰ বোকোচাত উঠাই দিয়ে। পীতৰামে লথো আৰু ভেদেক লৈ প্ৰস্থান। ]

## চতুৰ্থ অঙ্ক।

## তৃতীয় দৃশ্য

( সাতোলা ভাঙুৰীৰ ঘৰ ; গাওঁবুঢ়াৰ প্ৰবেশ )

গাওঁবুঢ়া— ভাঙুৰী আছা নে ? অ' ভাঙুৰী ! বোলো ভাঙুৰী আছা নে ?

(নেঃ সাতোলা)—কোন ঔ এইটো ভাঙুৰী ভাঙুৰী কৰা, নাম নাইনে কি ? নে উপাধিয়েই নাই ! (প্ৰবেশ কৰি) এ, আমাৰ গাওঁবুঢ়া হে, বহক ঈশ্বৰ। ( মূঢ়া পাৰি দিয়ে ) পিচে কি মন কৰিলেনো ?

গাওঁ— এ, নকবা দিয়া এইখন মহা দিগদাৰ হ'ল নহয়।

সাতোলা—কি নো ?

গাওঁবুঢ়া—থানাৰ পৰা ৰেপট্ পাইছো আজি বোলে লথৌৰ ঘৰ জ্বালানি কেচটো তদন্ত কৰিবলৈ ডাৰোগা পুলিচ আহিব। কাক ক'ত সাঙোৰে এথোন ঠিক নাই।

সাতোলা এৰা দিয়া, উলুৰ লগত বগৰী পোৰে বুলিহে ভয় লাগিছে। পুলিছে তোমাৰ অলপ লেছু পালেই, পিজলাই নি হালে হালে সাঙুৰিব নহয়। এই গৰিয়াটোৱে নিজেও মৰে এতিয়া, আৰু লোককো

মাৰি যায়। বুঢ়া বয়সত আহি লটি-ঘটি, পুলিছৰ হেঁচা-ঠেলা। তোমাৰ ৰঙা পাগুৰি দেখিলেই গাঁৱৰ জীয়াৰী-বোৱাৰীৰ থৰ থৰ দপ দপ।

গাওঁবুঢ়া—জীয়াৰী বোৱাৰীৰ কথানো কি ক'বা; আমাৰেই থৰ কাচুটি নোহোৱা হৈছে। পিচে পুলিচ আহি পোনে পোনেই আমাকেই সুধিবহি। আমাৰ নো তাৰপৰা গ'লে, কি জবানবন্দী কৰা যাব ?

( মেধিৰ প্ৰবেশ )

মেধি— এ, গাওঁবুঢ়া, মই আকৌ সূত্ৰধাৰীৰ তালৈহে গৈছিলো

সাতোলা—বহা, বহা মেধি। পিৰা পাৰি দিয়ে।

মেধি— পিচত কিনো ঠিক কৰিলে এতিয়া ?

গাওঁবুঢ়া—একো ঠিকেই কৰিব পৰা নাই।

সাতোলা— এৰা দিয়া মেধি, পুলিচৰ নাম শুনিয়েই কৰ্কালত কাচুটি নোৰোৱা হৈছে। কি নো ঠিক কৰিবা ?

মেধি— নহয়, নহয়; মোৰ মনেৰে আচল কথাটো কৈ দিয়াই ভাল! যেয়েই নমৰিল লাগে, কি কয় গাওঁবুঢ়া ?

গাওঁবুঢ়া—আচল কথাটোনো কোৱা কেনেকৈ, শুনা কথাহে। পুলিচৰ জেৰাত বা কেচে কেনি ঢাল লয়। ওভোটা পাকত পৰি জানোচা নিজেই বান্ধ খাওঁ।

সাতোলা—বাৰু শুনা কথটোনো কি ?

মেধি— কিয়, তুমি জানো নাজানা ? তোমাৰ পিতেৰায়েই কৈ ফুৰিছে দেখোন।

সাতোলা—এ’, হয়নে কি ? হেৰ বাপাই !

নেপথ্যত—কি !

সাতোলা—চাওঁ এহেলেই আহচোঁন।

[ বলোৰ প্ৰৱেশ ]

বলোৰাম—কিয় ?

সাতোলা—হেৰৌ, লথৌৰ ঘৰত কোনে জুই দিছিল ?

বলোৰাম—লথৌৱে নিজে নিজে।

সাতোলা— কিয় ?

বলোৰাম— সেইদিনা ৰাতি লথৌ ঘৰত নাছিল। দুপৰমান ৰাতি লথৌ আহি কৰিমক তাহাঁতৰ ঘৰৰ ভিতৰতে শুই থকা দেখা পায়। তেতিয়া সি খঙত বলিয়া হৈ দুয়োটাকে পুৰি মাৰোঁ বুলি দুৱাৰ ঘৰ বান্ধি জুই লগাই দিয়ে !

সাতোলা—হয় নে কি ( অলপ ভাবি ] দোখৰি আকৌ, “মানুহ মৰে কৈ, চৰাই মৰে বৈ,” পুলিচৰ আগত বেচিকৈ চেপ-চেপালে জিলাৰ বৰঘৰ সোমাৰিগৈ বাপেৰে।

বলোৰাম—এঃ ! সঁচা কথাত কিহৰ ভয় ? [ প্ৰস্থান ]

সাতোলা—দেখিলে গাওঁবুঢ়া, এৰা, নহলে তাৰ লগত ইহঁতৰ ইমান লেনদেন কিহৰ ? কথাৰ শুৰি তোমাৰ ক’ৰবাত। ছেঃ, গোটেইখন লেটি-পেটি ঘেনি মেটি হ’ল দেও হে। নহয়, নহয় গাওঁবুঢ়া

ইয়াৰ মুখলৈ চালে নহব। কথা এই টোৱেই সঁচা। আমাৰ গাত পাৰু লাগিবলৈ ইয়াত কিটো আছে ?

মেধি—এৰা, ইয়াত আৰু কিটো আছে। বলোৱেই আমাৰ এক লম্বৰৰ সাক্ষী।

সাতোলা—ৰবা মেধি, পোনকোৱেই লৰাটো পুলিচৰ মুখলৈ ঠেলি নিদিবা। পোনেই চাই লোৱাচোনইক পুলিচেনো ইয়ালৈ আহি কোন ধাৰাত কেচটো চাচ কৰেহি।

গাওঁবুঢ়া—নহয়, সাতোলা, ভয় কৰিবলৈ ইয়াত একো নাই, চৰকাৰী পুলিচৰ আগত কথা লুকুৱালে আমাৰহে লেঠা। কি কোৱা মেধি ?

মেধি—এৰা, সেইটো আৰু ফটফটীয়া কথা ইয়াত আৰু ভয় কৰিবলৈ কি আছে ?

সাতোলা—জানো দিয়া. তোমালোকেহে জানা ?

গাওঁবুঢ়া—নাই দিয়া সাতোলা, এয়েই আমাৰ কৈফিয়ৎ আৰু। এতিয়া উঠোঁহক দিয়া।

সাতোলা—( ঠিয় হৈ ) কাম হ'লেই দিয়া গাওঁবুঢ়া। সৌখন বঙা পাগুৰীবে গোটেইখন ৰাওলী হৈ আহিছে, সৰ্ব্বনাশ হ'ল দিয়া। কথা সেলেপি থাকোতেই পালেহিয়েই দিয়া। ছেঃ, বহিবলৈনো কি দিবা, কি থবা ! মেজ মাচিয়া এখনো নাই।

( কনিষ্টবল দুটাৰ প্ৰবেশ )

কনিষ্টবল—গাওঁবুঢ়া কাঁহা হ্যায়

গাওঁবুঢ়া— চালাম কনিষ্ট বাবু, গাওঁবুঢ়া আমিয়েই হায়। এয়া আমাৰ মেধি, এয়া সাতোলা।

( দুয়ো হাত তুলি চালাম কৰে )

কনিষ্টবল—তুমলোগকো ডাৰোগাজী বুলায়ে হে, চলো।

গাওঁবুঢ়া— চলেগা হায়। আহাঁ মেধি, সাতোলা।

সাতোলা— ব'লা আৰু। বোলে, "চৰণে জানে মৰণৰ ঠাই, যেকে লাগে তেকে যায়।"

[ সকলোৰে প্ৰস্থান ]



## চতুৰ্থ অঙ্ক

## চতুৰ্থ দৃশ্য

[ লথৌৰ ঘৰ ; ভেদেৱে তুলসী ভেটিত চাকি দি সেৱা কৰে ]

ভেদেউ—প্ৰভু ! মোৰ পোনাটিৰ কাৰণে এতিয়া আৰু দুখ নাই । দুখানি চৰণত গোহাৰি । ( সেৱা কৰে )

( নিহাৰৰ প্ৰবেশ )

চুলি চিঙি কাতৰ কৰিছোঁ প্ৰভু, কৰিমৰ যেন ভাল খবৰ পাওঁ ( সেৱা কৰে ]

নিহাৰ—[ স্বগতঃ ] ভেদেউ ! মোৰ হৈ তয়েই খোদাৰ ওচৰত জনা । কিজানি তোৰ আৰজ খোদাৰ ওচৰ পাইগৈয়ে । ( ভেদেৱে মূৰ ডাঙি নিহাৰক দেখে )

ভেদেউ— অ' নিহাৰ, বহ ।

নিহাৰ— কিবা খবৰ পাইছিলি নে আজি ?

ভেদেউ—আজি এতিয়ালৈকে অহাই নাই দেখোন ।

[ লথৌৰ প্ৰবেশ ]

ভেদেউ - কেনে, অলপ বাৰু হৈছেনে ?

লথৌ— নাই ভেদেউ, বাৰু, আৰু কি হ'ব ? লাহে লাহে বেয়াৰ ফাললৈহে গৈছেগৈ । কেউফালে মৰিলো তহঁতক সি এবাৰ মা তিছে, ব'ল ।

[ লথৌ, ভেদেউ, নিহাৰ দোখোজ মান যাওঁতেই দাৰোগা, পুলিচ, সাতোলা, গাওঁবুঢ়া, মেখি

আৰু বলোৰামৰ প্ৰবেশ। লথৌইঁত উভতি আহে;
নিহাৰ আৰু ভেদেউ ঘৰৰ ভিতৰ সোমায় ]

ডাৰোগা—এইটোৱেই হ'বলা লথৌ কলিতাৰ ঘৰ? (চায়)

গাওঁবুঢ়া— হৈছে। [ ডাৰোগাই পোৰা ঘৰ চায় ]

ডাৰোগা—মাতা লথৌক।

লথৌ— দেউতা, লথৌ কলিতা ময়েই [ নমস্কাৰ কৰে ] হেৰৌ বহিবলৈ— [ ভিতৰ সোমাই ভুল, কঠ, ঢাৰি আনে ]

ডাৰোগা— লথৌৰ ঘৰ কোন কেইটা পুৰিছিল, গাওঁবুঢ়া?

গাওঁবুঢ়া— দেউতা পোৰা ঘৰ সেয়া [ সকলো বহে ]

ডাৰোগা— লথৌ, তোৰ ঘৰত কোনে জুই লগাইছিল।

লথৌ— মই ক'ব নোৱাৰো দেউতা।

ডাৰোগা— বাৰু, কৰিমক কেনেকৈ জুয়ে পুৰিলে?

লথৌ— ভেদেউ, মোক আৰু আমাৰ লৰাটোক ভিতৰৰ পৰা উলিয়াবলৈ যাওঁতেই পুৰিলে।

ডাৰোগা— মাত ভেদেউক।

লথৌ— হে— গুলাই আহ!

( গুৰণি লৈ ভেদেউৰ প্ৰবেশ )

ডাৰোগা— অ' এয়ে হ'বলা ভেদেউ, সাতোলা কাই?

সাতোলা—হয় দেউতা, এই কেৰাই, গাও গোটেইখন তোলপাৰ লগালে।

ডাৰোগা—বাৰু, বাৰু, মই মজ্জা উলিয়াম নহয়। (লথৌক) জুই লাগোতে তইঁতৰ টোপনি ভঙা নাছিল হ'বলা?

লখৌ— নহয় দেউতা, দুৱাৰ বাহিৰৰ পৰা বান্ধি থৈছিল।

ডাৰোগা— তইঁতৰ একো নহল হ'বলা ?

লখৌ— মোৰ লৰা পোনাটি মৰিছে। ঘৰৰ মানুহো ক'ব নোৱাৰা হৈ আছিল।

ডাৰোগা— ক'তা এই খবৰটো থানাত জনোৱা হোৱা নাই। ইয়াৰ লৰাটো মৰা হয় নে গাওঁবুঢ়া ?

গাওঁবুঢ়া— হয় দেউতা [ ডাৰুগাই নোট বহিত লিখে ]

ডাৰোগা— তোৰ কৰিমৰ লগত কিমানদিনৰ পৰা জনা-শুনা আছে।

লখৌ— দেউতা, নওঠা কালৰে পৰা আমি দুয়ো ভাই ককাইৰ দৰে উঠি আহিছোঁ। গাৱত ভাওনা-সবাহ, মেল মোকৰ্দ্দমা, টানে-আপদে সকলোতে দুয়ো দুয়োকো নেৰো। আজি সি মোক অকলশৰীয়াকৈ থৈ যাবলৈ ওলাইছে [ কান্দে ]

ডাৰোগা— ভেদেউ, তই কৰিমক চিনি পাৱ নে নেপাৱ ?

ভেদেউ— পাওঁ দেউতা !

ডাৰোগা— কৰিম তইঁতৰ ইয়ালৈ সদায় আহে নে কি ?

ভেদেউ—সদায় নাহে দেউতা, পিচে মাজে সময়ে আহিয়েই থাকে।

ডাৰোগা—বাৰু, লখৌ নাথাকিলে সি কেতিয়াবা তইঁতৰ ঘৰত ৰাতি থাকে নে?

সাতোলা— ক, ক, সচা কথা কৈ দে'। হজুৰে এৰি দিব।

[ গাওঁবুঢ়াৰ চকুলৈ চাই টিপ মাৰে ]

ভেদেউ— তেওঁ নথকাত নাহে ! কেতিয়াবা গধূলি সময়ত আহিলেও মৰে বহিব মেলিবলৈ দি কথা-বাৰ্ত্তা হওঁ। কিন্তু ৰাতি হলে নাথাকে।

ডাৰোগা --কি ঐ বলোৰাম ?

বলোৰাম - নহয় দেউতা, এই, চ'ব মিছা কথা কৈছে। এইৰ লগত কৰিমৰ লেন্‌দেন্ নেথাকিলে তাৰ লগত ইহঁতৰ ইমান মিলামিছা কিহৰ ?

ভেদেউ—দেউতা, নহয়। এইবিলাক কথাত আপুনি পতিয়ন নেযাব। আপুনি মোৰ পিতাইৰ বয়সীয়া—মোৰ গুৰুৰ গুৰু। আপোনাৰ আগত মই মিছা নেমাতো কৰিম মোৰ ককাইৰ নিচিনা (কান্দে)

লথৌ—নাকান্দিবি, ঈশ্বৰ আমাৰ সহায়। ময় এবাৰ কৰিমৰ তাৰপৰা আহিবগৈ লাগিছিল। দেউতা !

ডাৰোগা—চুপ ! গাওঁবুঢ়া, কৰিম আৰু লথৌ দুয়োটাৰে ভিতৰত সচাকৈয়ে খুব মিল নে কি ?

গাওঁবুঢ়া—দেউতা সৰুৰে পৰা আজিলৈকে আমি দেখাত সিহঁত দুয়োৰো ভিতৰত সচাকৈয়ে মিলামিছা আছে।

সাতোলা—সেইটো হ'লে হয় ; পিচে, পেতত কাৰ কিটো আছে, কেনেকৈ জানিব দেউতা ঈশ্বৰ ?

ডাৰোগা—লথৌ, তই সচাকথা কচোন, তোৰ ঘৰত, তয়েই

জুই দিছিলি নে কি ?

লখৌ—ইচৰাম ! দেউতা, এনে কথা কিয় কয় ? নিজৰ ল'ৰা তিৰোতাক পুৰি মাৰিবলৈ নিজেই ঘৰত জুই দিয়েনে ?

ডাৰোগা—বাৰু তোৰ ঘৰত যেতিয়া জুই লাগে তেতিয়া নুমুৱাবলৈ কোন কোন আহিছিল ?

লখৌ—কৰিম, ৰূপচিং, পীতৰাম আৰু গাৱঁৰ দুই-চাৰি আহিছিল দেউতা । সিমান মোৰ খিয়াল নাই ।

ডাৰোগা—পীতৰাম কোন ?

গাওঁবুঢ়া—পীতৰাম বোলাটো আমাৰ গাৱঁৰ সিমূৰৰ লৰা । ৰূপচিং হৈছে সোণ্বন গাৱঁৰ লৰা ।

ডাৰোগা—গাওঁবুঢ়া, তাক মাতি আনাচোন ; সিহঁত পোনপটীয়া মানুহ । মিছা কথা কেতিয়াও নকয় । যোৱা

গাওঁবুঢ়া— ভাল দেউতা, মই আহোঁ ।

( যাব খোজে ; এনেতে উধাতু খাই ৰূপ-চিঙৰ প্ৰবেশ )

ৰূপচিং— কিনো কব কবাই নবং দে লখৌ ; হিফালে কৰিমৰ তত নাই— আই ! ইহঁতনো কোন ?

( ডাৰোগাক দেখুৱাই

লখৌ— দেউতা, মই এবাৰ আহিব খোজো ।

ডাৰোগা— বহ, বহ ।

গাওঁবুঢ়া— দেউতা ইয়েই ৰূপচিং (ৰূপচিঙক দেখুৱাই)

ডাৰোগা— হয় নে কি? তোৰ নামেই নে কি ৰূপচিং?

ৰূপচিং— অ'তো; ক্যানো হুধিলি?

ডাৰোগা— তই ছোৱালি আনিলিনে নাই ঐ?

ৰূপচিং— আনিছং দে, তেজ বছৰা বিহুতে।

ডাৰোগা— বাৰু, লথৌৰ ঘৰত জুই সুমুৱাবলৈ তই আহিছিলি নে কি?

ৰূপচিং— অহ, অকল মইহে আহিছিলং না— কৰিম, পীতৰাম, হলিৰাম, হুতধাৰী গটাই আহিছিলং নহয়। এই গিলা চা চোন— [জুয়ে পোৰাৰ চিন দেখুৱাই] কৰিম টোহে বয়া হ'ল দে; এহ, এহ, তাৰ লগত হলে কান্দিয়েই পাং।

ডাৰোগা— কৰিমো আহিছিল নে কি? কৰিমক তই ক'ত দেখিছিলি?

ৰূপচিং— ইহ, একে লগে আহিছিলং নহয়; হি গুৱাগাড়ী বেদীয়া ধাপলি মেলিলে,— লাগ ধৰিবাই নৰিলং দে। অহ অহ অহ অহ [চকু পানী ওলায়, সেঙ্গুন মচে] আয়াঃ।

ডাৰোগা— কি ঐ বলোৰাম? তোৰ কথা দেখোন এটাও নিমিলে? লথৌ? তোৰ লগত বলোৰামৰ কিবা আখেজ আছেনে কি?

লথৌ— মোৰ লগত হলে একো নাই।

ৰূপচিং— ক্যা, চৰকাৰী পুলিচৰ আগত চব গিলা কথা ক'ব লাগে নহয়। আখেজনো ক্যা নাই ? আছে— তাহানি ভাওনা ঘৰত মাৰি থৈছং নহয়।

ডাৰোগা -[হাঁহি] হেৰৌ, কিয় মাৰিছিলি ?

ৰূপচিং— কথা বহুত দে; ই ভেদেউক নিবা খুজিছিল নহয়, এহ, কম কথাত জানো মাৰিলং। কাম হেন্দুৰ— [লথৌৱে হাতেৰে ইচাৰা কৰি মানা কৰে] নকং দে; লথৌৱে কৰা নেদেই।

ডাৰোগা - ক চোন, কি কাম সেন্দুৰ ?

ৰূপচিং— [লথৌক] কং দে লথৌ- হি বয়া পাইছে নহয়।

সাতোলা —এই আধা দকৰাটোৰ কথা নুশুনিব দেউতা। মাটিতেই যদি সাৰ আছে, মোৰ বলোৰ গাত নাই। সি তেনেকুৱা লৰা নহয়।

ৰূপচিং — এহ, হয় না ?

গাওঁবুঢ়া—সেইবিলাক দেউতা বহুত কথা, লৰালিৰ ঘটনা আমাক কেলৈ !

ডাৰোগা—লথৌ, তোৰ কাৰ ওপৰত সন্দেহ হয় ? সচা কথা কবি।

লথৌ— দেউতা, সন্দেহ মই কাক কৰিম ?

ৰূপচিং— জুই হলে (বলোক দেখুৱাই) ইয়েই দি পাইছে

দে বাবু। কৰিমে কৈছে নহয়!

ডাৰোগা— কৰিমে কৈছে নে কি? (চিপাহীক) এই, হাত কেৰেয়া লগাও।

সাতোলা—মহাৰাণীৰ দোহাই, দোহাই মহাৰাণীৰ! প্ৰথম কচুৰ এইবাৰলৈ মাফ দিয়ক দেউতা।

ডাৰোগা—ই তোমাৰেই লৰা নে কি? অ' সেইদেখিছে। (বলোক) সঁচা কথা ক, এৰি দিম; নহলে এই-দাল দেখিছ? (বেত দেখুৱাই)

বলো—নাই দেউতা, মই নহয়, মোক নাবান্ধিব।

সাতোলা—হৰি!! "এৰা চৰায়ে খালে টোপ নেঘেৰীৰ গাত লাগিল খোপ।"

ডাৰোগা—(মাৰে) তই নহয় কোন? পুলিচৰ চাকৰি কৰি দাড়ি চুলি পকালো (মাৰে) সঁচা কথা ক সচা কথা ক [মাৰে]!

বলো—হয় দেউতা, ময়ে দিছিলো।

সাতোলা—গুৰুজন! কপালত ইয়াকেহে লিখিছিলি ঐ, তাক মই সদায় কওঁ বোলো হেৰৌ! "মৰে উকলি পুঙা, মৰে পদূলি সুঙা" (কান্দি কান্দি) দেখিলা গাওঁ-বুঢ়া, মই কৈছিলো নহয়।

ডাৰোগা—ওঁ, এতিয়া কেনেকৈ ওলাল? ব'ল ল। বাৰু, কৰিমে তোৰ কথা কেনেকৈ জানিলে?

বলো— দেউতা, জুই দি উভটি ঘৰলৈ দৌৰি যাওঁতে সি মোক বাটতে পাইছিল !

ডাৰোগা— Rascal !

গাওঁবুঢ়া—দেউতা, এই বুঢ়াটিৰ মুখলৈ চাই

ডাৰোগা—নাই, নাই, সেইটো নহব গাওঁবুঢ়া।

[ সাতোলাই ডাৰোগাৰ ভৰিত ধৰে ]

সাতোলা—দেউতা, ভৰিত ধৰি মাতিছোঁ, মোৰ লৰা নহয়, সি আপোনাৰ গোলাম; এটা উপায় কৰক। ৰাজঘৰত আপোনাৰ জয়-জয় ময়-ময় হ'ব।

ডাৰোগা—সাতোলা কাই, মোৰো ওপৰৱালা আছে নহয়। চৰকাৰী চাকৰি—বুজিছা ? উপায় নাই, বাক লথৌ তই কি কৱ ?

লথৌ--যি হ'বলগীয়া হৈ গ'ল। মইনো কাক দোষিম ? পিচে, এই সকলো কথা কৰিমেহে জানে। দেউতাই এবাৰ তেওঁকহে সোধা ভাল।

ডাৰোগা-- বাক, কৰিমৰ তালৈ যোৱা যাব। তই এতিয়া যাব পাৰ লথৌ। সাতোলা তুমি আহাঁ।

[ সকলোৰে প্ৰস্থান ]

———

# চতুৰ্থ অঙ্ক

## পঞ্চম দৃশ্য

[ কৰিমৰ ঘৰ ; কৰিম বিচনাত পৰি চটফটাই থাকে : কৰিমৰ গাত এখন পাতল কাপোৰ দিয়া থাকে, ভেদেৰে বিচি থাকে, নিহাৰ সংযত ভাবে অলপ দূৰৈত বহি আছে । লথৌৱে বিচনাত বহি কৰিমৰ গাত হাত বুলাই থাকে । কুতুবদ্দিন মৌলবী শিতানত বহি কোৰাণ পাঠ কৰি আছে, কুদৰৎ মুঞ্চও বহি থাকে ]

কৰিম— লথৌ, উহু, লথৌ, বৰ যন্ত্ৰণা । তই ক'ত লথৌ (হাতেৰে খেপিয়াই)

লথৌ— এয়া, মই তোৰ ওচৰতে আছোঁ নহয় ।

[বলোক লৈ ডাৰোগা, পুলিচ, গাওঁবুঢ়া সাতোলা, মেধি আদিৰ প্ৰবেশ]

কৰিম— কোন আহিছে লথৌ ?

লথৌ—জিলাৰ ডাৰোগাবাবুৱে বলোৰামক বান্ধি লৈ আহিছে ।

কৰিম— উঃ ; খোদা ! খোদা !!

বলো— ( কপি কপি কৰিমৰ ওচৰলৈ গৈ ) কৰিম ! কৰিম ॥ ভাই, মোক এইবাৰলৈ ৰাখ ।

কৰিম— কোন ? বলো ? কপিছ ? ভয় নকৰিবি । মই তোক মাফ কৰিছো । খোদায়ো তোক মাফ কৰক । ডাৰোগাবাবু, মই আপোনাক চালাম জনাবলৈ চকুৰে নেদেখোঁ, এই বাৰলৈ ইয়াক মাফ কৰক ।

ডাৰোগা— বাৰু, তোমাৰ অনুৰোধত মই ইযাক জামিনত

এৰি দিলো ; আৰু তোমাৰ কথা ৰাখিবৰ কাৰণে তাক সকৰাবলৈকো চেষ্টা কৰিম। এই অৱস্থাত তোমাৰ মনত দুঃখ নিদিওঁ। ( চিপাহীক ) ইস্‌কা হাত কাৰা খোল দো। সাতোলা, তুমি যামিন ৰ'লা।

[বলোৰ হাত কেৰেয়া খুলি দিয়ে, ডবোৰোগাই কৰিমৰ মুখৰ ওচৰলৈ গৈ চকু দুটা চাই Unfortanate noble soul! ', লাটি ঘুৰাই ঘুৰাই প্ৰস্থান, লগতে গাওঁবুঢ়া আদিৰ প্ৰস্থান]

বলো— ( কান্দি কান্দি ) কৰিম! তোক মৰেই খালো।

কৰিম— ( খেপিয়াই বলোৰ গাত হাত দি ) নেকান্দিবি বলো, ই মোৰ নচীপ। লখৌৰ লগত মিলেৰে থাকিবি, আগৰ দস্তুৰ এৰি পেলা, মোৰ এই হেহ হমযৰ কথাটো ৰাখিবি। লখৌ, ভেদেউ, তইঁতে দুখ নকৰিবি। খোদা মেহেৰবান, মোৰ আৰু বেচি হময় নাই ( সকলোৱে কান্দে ) ( অলপ ৰৈ ) লখৌ, গাঁৱৰ মানুহৰ লগত তই জেদ্‌বাদ্ নকৰিবি। খিয়াল ৰাখিবি, --- তই -- আজিৰ পৰা অকলহৰীয়া।

লখৌ-- ( কান্দি ) সেইটো মই জানো কৰিম। তই মনে মনে থাক।

ভেদেউ— কিয় তেনেকৈ কৈছ ককাই' তই কলৈ যাবি? ঈশ্বৰে তোক ভাল কৰিব।

কৰিম— ভাল কৰিব? ( কাঠ হাহি মাৰে ) তইঁতে নেজান মৌলবী চাহেব, মুন্সী চাহেব, ( দুয়ো ওচৰ চাপে )

মোৰ মাটি-বাৰী হকলো হম্পত্তি এই হেহ হময়ত মই লখৌক দান কৰিলো । আগলৈ কোনো ওজৰ আপত্তি উঠিলে, আপোনালোক হাক্ষী থাকিব ।
( লখৌ আৰু ভেদেৱে কান্দে )

মৌলবী— খোদাৰ নামে আমালোকে কচম খাইছোঁ যদি এই বিচয়ে কেতিয়াবা কিবা ক'বলগীয়া হয় আমালোকে উচিত কথা ক'ম ।

লখৌ— এই বিলাক তই কি কৰিছ কৰিম ? হে প্ৰভু ! মোৰ পৰমায়ু দি কৰিমক বচোৱা ।

কৰিম— ভেদেউ, বৰ দুখ বৈ গ'ল তোৰ পোনাটি বচাব নোৱাৰিলো । হৌ বাকচটো খোল, তাত এটা হৰু টোপোলা আছে, লৈ আহ [ ভেদেৱে টোপোলা আনি কৰিমৰ ওচৰত থয় ] টোপোলাটো খোল
[ ভেদেউৱে টোপোলাটো খোলে আৰু কৰিমে খেপিয়াই খেপিয়াই তাৰে এধাৰ মণি উলিয়াই]
ভেদেউ, এইধাৰ মনি হয় নে ?

ভেদেউ—হয় ককাই ।

কৰিম-—বাৰু, এই টোপোলাত বাকী যি গহণা আছে, মই তোক দিলো । বাকচত কিছু টকা আছে, হেয়াও তোৰে । [ ভেদেউৱে কান্দে ] নেকান্দিবি ভেদেউ, হুন ! [ হাতৰ মণিডাল দেখুৱাই ] এই মণিধাৰ

মাজ্জানে মৰিবৰ হময়ত মোক দি গৈছিল। মোৰ বৰ মৰমৰ চীজ ! [ হুমুনিয়াহ পেলাই ] কতনো কথা মনতে পাঙিছিলো। উঃ, এতিয়াও বাচিবৰ ইচ্ছা হয়। খোদা, তোমাৰ ইচ্ছা হাঁচিল কৰিলা, ধৰ ভেদেউ [ মণিধাৰ দি ] এই মণিধাৰ নিহাৰক দিবি।

ভেদেউ— ( কান্দে ) নিহাৰ ইয়াতে আছে নহয়, ককাই, তই নিজেই দে।

কৰিম— ইয়াতে আছে ? ( দীঘলীয়া হুমুনিয়াহ পেলাই ) চকু নাই ! চকু নাই !! নিহাৰ ! (নিহাৰ ওচৰ চাপে ) এই মণিধাৰ লোৱা, তোমাৰ বিয়াত পিন্ধাবা। [ নিহাৰ হুকুহুক্ কৈ কান্দে, কৰিম অস্থিৰ হয় ]

লথৌ — [ কৰিমৰ গাত ধৰি ] কিয় তেনেকুৱা কৰিছ কৰিম। নেকান্দিবি।

[অলপ পৰ সকলো নিমাত, মাজে মাজে কান্দোনৰ উচুপনি শুনা যায় : গাৱঁৰ মছজিদত আজ্জান দিয়ে, আজানৰ ধ্বনি কৰিমৰ কাণত পৰে]

কৰিম— হেয়া, হেয়া কোনে কান্দিছে লথৌ ?

লথৌ— কন্দা নাই কৰিম, মছজিদত আজ্জান দিছে। গধুলি হ'ল।

মৌলবী— হেয়া মগ্‌ৰীবৰ আজান।

কৰিম— হা ! কেনে সুন্দৰ !! লথৌ ?

লখৌ— কি, কৰিম ?

কৰিম— এটা কথা ৰাখিবি ?

লখৌ— ক, কৰিম। মই তোৰ কোনটো কথা ৰখা নাই ?

কৰিম— মোক এবাৰ বহুৱাই দে ভাই।

লখৌ— মই তোক কেনেকৈ বহুৱাই দিও কৰিম ?

কৰিম— এবাৰ— মুঠে এবাৰ বহুৱাই দে— আকৌ শুৱাই দিবি। আৰু তো কেতিয়াও নামাজ পঢ়িবলৈ নাপাওঁ। দে লখৌ।

লখৌ— নেলাগে কৰিম, তই শুই শুইয়েই নামাজ পঢ়।

কৰিম— দে, লখৌ, মোৰ শেহ অনুৰোধ।

লখৌ— উঃ কৰিম [ কান্দে ]

কৰিম— কথা শুন। লখৌ — নহলে পিচত মগ্ৰীবৰ আজান দিয়া শুনিলেই কান্দি কান্দি মৰিবি।

[ আজান দিয়া শেষ হোৱাৰ লগে লগেই লখৌৱে কৰিমক বহুৱাই দিবলৈ ধৰোঁতেই কৰিমৰ মৃত্যু হয় ]

লখৌ— কৰিম ! কৰিম !!

ভেদেউ— ককাই ! ককাই !

নিছাৰ— খোদা !

—যবনিকা—

